ৰিপুনাথ বুঢ়াগোহাঁঞি



# একাঙ্কিকা-ৰহঘৰা

( বাৰখনি একাঙ্কিকা নাটিকা )

ওৰিয়েণ্টেল বুক কোম্পানী
গুৱাহাটী—১

প্ৰকাশক :
শ্ৰীদুৰ্গাপদ ৰায়চৌধুৰী
ওৰিয়েণ্টেল বুক কোম্পানী
গুৱাহাটী-১

প্ৰথম তাঙৰণ—জুলাই, ১৯৬৬

মূল্য : তিন টকা মাত্ৰ

মুদ্ৰাকৰ :
শ্ৰীৰবীন্দ্ৰনাথ ঘোষ
উমা প্ৰেছ
২, পাৰ্চিবাগান লেন
কলিকতা-৯

# পাতনি

আজি পৃথিবী জুৰি একাঙ্কিকা নাটকৰ আদৰ-সমাদৰ বাঢ়ি অহাৰ উপৰিও, ইয়াৰ প্ৰচলনো দিনক দিনে বহুল হৈ বৃদ্ধি পাই আহিছে। অতি কম সংখ্যক অভিনেতা-অভিনেত্ৰীৰ সমষ্টিত কম সময়তে এই-বিধ নাটকৰ বিষয়-বস্তু ফুটাই তোলা কঠিন হলেও, এই বহুল কৰ্ম্ম-ব্যস্ত জগতত জিৰণিৰ একমাত্ৰ আমোদ-প্ৰমোদৰ সামগ্ৰী বুলিহে কব পৰা যায়। চমুকৈ কবলৈ গলে—এই বিধ একাঙ্কিকাই আগৰ দীঘলীয়া নাটকৰ যুগমীয়া স্থান পূৰ্ণ মাত্ৰাই অধিকাৰ কৰি লৈছে। আমাৰ দৰ্শক সকলেও বিভিন্ন বিষয়ৰ একাঙ্কিকা নাটিকা চাই বেছ তৃপ্তি আৰু আনন্দ লাভ কৰিব পৰা হৈছে।

সময়ৰ কাঁচিয়লি ৰ'দৰ পোহৰত আৰু আমাৰ হিতাকাঙ্ক্ষী বন্ধু-বান্ধৱ সকলৰ অনুৰোধত যথাক্ৰমে বাৰখনি একাঙ্কিকা লিখি সেইবিলাকৰ সমষ্টিতে এই 'একাঙ্কিকা-ৰহঘৰা' পুথিখনি প্ৰস্তুত কৰা হৈছে। হাতে লিখা অৱস্থাতে অসমৰ বিভিন্ন ঠাইৰ নাট্য-সমাজে অতি সফলতাৰে নাটবোৰ মঞ্চস্থ কৰি আমাক অশেষ উৎসাহিত কৰি আহিছে। এই পুথিখনি ছপাই উলিয়ালে ৰাইজৰ একাঙ্কিকা নাটৰ অভাৱ যথেষ্ট পাতলিব বুলিও আমাক জনাইছে। বিশেষকৈ, ইয়াৰ প্ৰায়খিনি একাঙ্কিকা মাননীয় 'আৱাহন'ৰ সম্পাদক ডাঙৰীয়াই ধাৰাবাহিক হিচাপে প্ৰকাশ কৰাত, তাৰবাবে তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

হাতে-লিখা অৱস্থাতে স্বনামধন্য সাহিত্যিক আৰু নাট্-সম্ৰাট মাননীয় শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি, ডাঙৰীয়াই দয়া কৰি চকু ফুৰাই দিয়াত আৰু লগতে এটি মন্তব্য সহ উৎসাহিত কৰাত—তেখেতলৈও আমাৰ কৃতজ্ঞতা থাকিল। লগতে যি সকলে

এই বিষয়ত সহায় সহানুভূতি দেখুৱাই আহিছে,— সিবিলাকৰ প্ৰতিও আমাৰ প্ৰীতিপূৰ্ণ সম্ভাষণ জনাইছোঁ।।

যিবিলাক বিষয়-বস্তুৰ সমষ্টিত এই নাট কেইখনি যুগুত কৰা হৈছে—সেইবিলাকৰ পৰা আমাৰ ৰাইজৰ যৎসামান্য উপকাৰ হলেও এই পৰিশ্ৰমৰ সাৰ্থক হব। শেষত,—পুথিখনিত বৈ যোৱা অজানিত ভুল-ভ্ৰান্তি বিলাকৰ বাবে—সদাশ্ৰয় ৰাইজে আমাক ক্ষমা কৰে যেন এই মিনতি।—

বিনীত

শ্ৰীবিপুলনাথ বুঢ়াগোহাঁঞি

অসমৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ, প্ৰবীণ সাহিত্যিক, স্বনামধন্য অধ্যাপক শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি ডাঙৰীয়াৰ 'একাঙ্কিকা-ৰহঘৰা' পুথিখনিৰ সম্পৰ্কে আশীৰ্বাদপূৰ্ণ মন্তব্যৰ একাংশও ইয়াত তুলি ধৰা হ'ল।

\+ + + +

'তেজৰ আহুতি'ৰ নাট্যকাৰ শ্ৰীবিপুলনাথ বুঢ়াগোহাঁঞিদেৱে ৰচনা কৰা 'একাঙ্কিকা-ৰহঘৰা' খনি হাতে লিখা অৱস্থাতে পঢ়িবলৈ পাই বৰ ভাল পালো। শ্ৰীবুঢ়াগোহাঁঞিৰ অসমীয়া নাট্যসাহিত্যত হাত আছে। তেওঁ ৰচনা কৰা এই নাটিকা কেইখনিয়ে আমাক সেই কথাকে সকীয়াই দিছে।

আজিকালিৰ মানুহে কম সময়তে কম কষ্টতে নাট-ভাওনা চাবলৈ বিচাৰে। আশা কৰোঁ সেই ফালৰ পৰা লক্ষ্য কৰি আমাৰ ৰং ঘৰ বোৰতো এই নাটিকা কেইখনি সহজে মেলিব পাৰিব। ছপা হৈ ওলালে পুথিখনিয়ে সকলোৰে পৰা সমাদৰ লাভ কৰিব বুলি আশা কৰিলো। শুভ ইচ্ছাৰে—

তপোবন, উজানবজাৰ
গুৱাহাটী, অসম
৮।৮।৬৫

স্বাঃ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

# সূচী

# একাঙ্কিকা-ৰহঘৰা

## নাটক

( ১ )

### ওভতা পণ্ডিতৰ কাণ্ড

**দৃশ্য—গাৱঁলীয়া পাঠশালাৰ ভিতৰ**

[ এখন ভগা-ছিগা প্ৰাইমাৰী স্কুল। এফালে মাটিত বহি কেইটামান ল'ৰাই ইচ্ছামতে কিবাকিবিবোৰ কৰি থাকে ; আনফালে এখন ব্লেক্‌বৰ্ডত **"কুম্ভকৰ্ণৰ টোপনি", "কলিকতীয়া ফাঁকি—৬০ৰ পৰা ৬০ বাদ দিলে থাকে ৫৯ বাকী", "অসমৰ ৰাজধানী গড়গাওঁ", "পণ্ডিতৰ ভিতৰত ডাঙৰ পণ্ডিত কোন ?"**—এই কথা কেইশাৰী বৰ্ডখনত ডাঙৰ ডাঙৰকৈ লিখা থাকে। পণ্ডিতে নাকেৰে ৰৰকৈ ঘোট্-ঘোট্ শব্দ কৰি চকীত মূৰ পেলাই টোপনিত তেনেই লাল্‌কাল্ হৈ শুই থাকে। এনেতে ডেপুটী ইন্সপেক্টৰ ভিতৰলৈ সোমাই আহি, পণ্ডিতৰ সেই কাণ্ড দেখি আচৰিত হৈ, খং ৰাগত ইফালে-সিফালে ঘূৰি ফুৰে। ল'ৰা এটাই পণ্ডিতক জগাই দিবলৈ বুলি আগবাঢ়ি যায়, ডেপুটীয়ে নজগাবলৈ হাতৰ ইংগিতেৰে বাধা দিয়াত—সি পুনৰ নিজৰ ঠাইত বহি থাকেগৈ। ]

ডেপুটি—( ল'ৰাহঁতলৈ চাই ) তোমালোকৰ পণ্ডিতে নিতৌ এই দৰেই শুই থাকে, নহয় নে ?

ল'ৰা—হয় ছাৰ ! শুই থাকে—

ডেপুটি—স্কুললৈ কেতিয়া আহে ?

ল'ৰা—কেতিয়াবা আহে, কেতিয়াবা নাহে—

ডেপুটি—স্কুল-ঘৰৰ বেৰবোৰ এনেকৈ ভাঙিলে কোনে ?

ল'ৰা—মহাশয়ে ভাঙি ভাঙি ঘৰলৈ লৈ যায় ছাৰ—

ডেপুটি—ইয়াত, এইয়া তামোল খাই পিকালে কোনে ?

ল'ৰা—আমাৰ মহাশয়ে ছাৰ—

ডেপুটি—এইবোৰ বিড়ি-ছিগাৰেটৰ টুকুৰা কাৰ ?

ল'ৰা—আমাৰ মহাশয়ে হুপি হুপি তাত পেলাই দিয়ে ছাৰ—

ডেপুটি—চকী-মেজত ইমানবোৰ চূণ সানিলে কোনে ?

ল'ৰা—আমাৰ মহাশয়ে ছাৰ—

[ তাৰ পিচত ডেপুটিয়ে বৰ্ডখনৰ ওচৰলৈ গৈ, তাত লিখি থোৱা কথাবোৰ একান্ত মনে পঢ়ি থকা অৱস্থাত, ল'ৰা এটাই মনে মনে গৈ পণ্ডিতক গাত ধৰি জগাই দিয়ে। সাৰ পাই পণ্ডিতে সমুখত ডেপুটিক দেখি ভয়ে ভয়ে পুনৰ পূৰ্ব্বৰ দৰেই শুই থকা ভাও ধৰে—আজি তেওঁ যেন কুম্ভকৰ্ণৰ টোপনিৰ ভাল নমুনা দেখুৱাবলৈহে সেই ভাৱে শুই আছে। অলপ পৰৰ পিছত পণ্ডিতে চকু কেইটা মোহাৰি মোহাৰি ঘপ্‌হ কৈ উঠি ল'ৰাইতলৈ চাই চাই ডাঙৰকৈ কয়—]

পণ্ডিত—গৰুইঁত! এই দৰেই শুইছিলে, বুজিলিনে এতিয়া? ( ডেপুটিলৈ চাই ) অ' আমাৰ ছাৰ দেখোন? প্ৰণাম ছাৰ, প্ৰণাম। আহিলে কেতিয়া? বহক ছাৰ, বহক—( চকীখন আগবঢ়াই দি অতি নম্ৰভাৱে থিয় হৈ থাকে )

ডেপুটি—উঠিলানে পণ্ডিত? আজি ঘৰত বৰকৈ খৰি-কাঠ ফালিলা নেকি?

পণ্ডিত—( হাত মোহাৰি মোহাৰি ) এস্ ছাৰ, আমাৰনো খৰি-কাঠ ফলাৰ হিচাব আছে কি?

ডেপুটি—আজি দেখোন বৰকৈ শুলাহে?

পণ্ডিত—ঔ আই! ছাৰেনো এইবোৰ কয় কি? মই নো এতিয়া শুলো ক'ত? লৰাইঁতক আজি সেই কুম্ভকৰ্ণৰ টোপনিৰ নমুনা এটাহে দেখুৱালো ছাৰ—

ডেপুটি—হয় নেকি? আজি তুমি ভাল নমুনাটোকে দেখুৱালাহে। পিচে, বৰ্ডখনত সেইবোৰ লিখিছা কি পণ্ডিত?

পণ্ডিত—ছাৰ! বৃত্তি পৰীক্ষা ওচৰ পালেহি নহয়, আজি তাৰেই কেইটামান অত্যন্ত জৰুৰি প্ৰশ্ন দিছোঁ—



ডেপুটি—কুম্ভকৰ্ণৰ টোপনিৰ পিছৰ শাৰিত সেইটো কি অঙ্কহে? তুমি কোনখন পাটীগণিতত পাইছিলা পণ্ডিত?

পণ্ডিত—আমাৰ গাঁৱলীয়া পাটীগণিতত ছাৰ—

ডেপুটি—হেৰা, ক'ৰবাত ৬০ৰ পৰা ৬০ গলে ৫৯ বাকী থাকিব পাৰে নে? এইবোৰ কি লিখিছাহে?

পণ্ডিত—ছাৰ, পাৰে কাৰণেহে দিছোঁ। ছাৰে বি-এ, এম-এ পাছ কৰি আহিছে; অথচ কিয় যে এই সামান্য অঙ্কটোকে নাপালে, মই বৰ আচৰিত হৈছো ছাৰ—

ডেপুটি—থোৱা, থোৱা, এনেকুৱা অঙ্ক কেতিয়াও হব নোৱাৰে; বৰ পণ্ডিতালি নেদেখুৱাবাহে পণ্ডিত!

পণ্ডিত—( হাঁহি হাঁহি ) এতিয়া মই নো ছাৰক বুজাম কি? বাৰু, মোৰ ল'ৰাইঁতেই বুজাই দিয়ক। ( ল'ৰালৈ চাই ) হেৰ শুই-থোৱা! এই অঙ্কটো ছাৰক বুজাই দিব পাৰিবিনে?

১ম ল'ৰা—( থিয় হৈ ) ওঁ, পাৰিম ছাৰ—

পণ্ডিত—দে, ভালকৈ বুজাই দে—

১ম ল'ৰা—ছাৰ; ৬০ মিনিটে একঘণ্টা, আৰু ৬০ চেকেণ্ডে এক মিনিট; ৬০ মিনিটৰ পৰা এক মিনিট গলে ৫৯ মিনিট বাকী থাকে ছাৰ—

পণ্ডিত—( আনন্দিত হৈ ) ঠেঙ্ক্ ইউ, ঠিক্ হৈছে। মই তোক এশৰ ভিতৰত এশ দুই লম্বৰ দিম, যা—

ডেপুটি—অ' ই এটা সাঁথৰৰ অংক? তাৰ পিছত অসমৰ ৰাজধানী গড়গাওঁ হ'ল কেনেকৈ হে পণ্ডিত? তুমি কোনখন ভূগোলত পাইছিলাহে?

পণ্ডিত—ছাৰ! আমাৰ নিলিখা ভূগোলত লিখা আছে নহয়? তাহানি গড়গাওঁ অসমৰ ৰাজধানী আছিলে; এতিয়াও তেনেকৈ নাথাকিবৰ কাৰণ হব পাৰে কি? ছাৰে প্ৰমাণ বিচাৰিলে—আমাৰ পেৰা-ঝপাত পৰি থকা ঢেৰ্ ঢেৰ সাঁচিপতীয়া বুৰঞ্জী-পুথিবোৰ আনি দিবহি পাৰো নহয়—

ডেপুটি—হেৰা, মই তোমাকে আগৰ দিনৰ কথা সোধা নাই ; বৰ্ত্তমান আমাৰ অসমৰ ৰাজধানী কি ?

পণ্ডিত—অৱশ্যে মই পাহৰি গৈছো ছাৰ। পিছে গড়গাওঁ নহলে গুৱাহাটী হবই হব ছাৰ।

ডেপুটি—তুমি নিজেই নাজানা, তোমাৰ ল'ৰাকনো শিকাবা কিটো ?

পণ্ডিত—পিচে ছাৰে মোক যি নকবক,—মই হলে মোৰ ল'ৰাহঁতক অন্য ৰাজধানীৰ কথা কেতিয়াও নিশিকাওঁ। কিয়নো গড়গাওঁ আগেয়েও আছিল এতিয়াও আছে আৰু থাকিবও—

ডেপুটি—কিয় ?

পণ্ডিত—কাৰণ আমি এতিয়াও যি ঠাই দেখা নাই, সেইখননো ক'ৰ টিংখোপত উঠি আছে, নাজানো আৰু আমাৰ যাবৰ-চাবৰো সুবিধা নাই,—তেনে ঠাই আমাৰ অসমৰ ৰাজধানী হব কেনেকৈ ? ক'ৰবাৰ কিছুমান খাবলৈ নোপোৱা গজমূৰ্খ পণ্ডিতবোৰে কিতাপত লিখিলেই আমি মানি লমনে ?

ডেপুটি—ওঁ, বাৰু বুজিছোঁ। তাৰ পিছত পণ্ডিতৰ ভিতৰত কোনজনক ডাঙৰ পণ্ডিত বুলি শিকাইছা ?

পণ্ডিত—( ল'ৰাহঁতৰ ফালে চাই ) অ' ল'ৰাহঁত ! তহঁতি ছাৰক ভালকৈ বুজাই কচোন—তহঁতৰনো ডাঙৰ পণ্ডিত কোন বাৰু ?

লৰাহঁত—( একেস্বৰে ) আপুনি—আপুনি ছাৰ—

ডেপুটি—হয় নে পণ্ডিত ? তুমিয়েইনে ?

পণ্ডিত—ওঁ, খুব্ সঁচা ছাৰ। সকলো পণ্ডিতৰ ভিতৰতে মই ওভতা পণ্ডিতেই বয়সীয়া, জ্ঞানী-মানী আৰু অৱসৰ পাইও পুনৰ কাম কৰা পণ্ডিত।

ডেপুটি—অ' তুমি অৱসৰো পাইছিলানেকি ?

পণ্ডিত—হয় ছাৰ, সেইহে মই ডাঙৰ পণ্ডিত।

ডেপুটি—পিছে কামটো পুনৰ পালা কেনেকৈ ?

পণ্ডিত—ছাৰ ! আপোনাৰ আগৰজন ছাৰক মেট্‌মৰা ভাৰ-ভেঁটি



এখনি দিয়াতহে মোক তেৰাই এই কনি অনুগ্ৰহ কৰি গ'ল ; বাপেকে মই পুনৰ দুবছৰলৈ কামটো পাই গলো নহয়—

ডেপুটি—তুমি ভাৰ ভেঁটিও দিলা ? পিছে কি কি দিলাহে ?

পণ্ডিত—ছাৰ ! তাকে আকৌ আনক কৈ নিদিব। কওঁ শুনক,—শুধ এৰী চাঁদৰ এখন, শুধ পাটৰ ৰিহা-মেখেলা এজোৰ, দহ-সেৰমান উত্তম মানিকী জহা চাউল, এচাব আমাৰ জকাইচুকৰ চমকা দৈ আৰু গৰিয়াজান বিলৰ এটা নিপোটল মস্ত শাল মাছ।

ডেপুটি—অ' তেতিয়াহে কামটো পালা, নহয়নে ?

পণ্ডিত—হয় ছাৰ, নহলে ওভতা পণ্ডিতৰ পিনে তেনেই পৰালি পৰিছিল ; কথমপি ভাগ্যৰ বলত যানিবা আকৌ ওভতি আহি চকীখন পালোহি—

ডেপুটি—চাওঁ তোমাৰ হাজিৰা বহীটো দিয়াচোন—

( পণ্ডিতে বহীটো আনি দিয়ে, ডেপুটিয়ে ঘূৰাই ঘূৰাই চায় )

ডেপুটি—পণ্ডিত! আজি স্কুলত উপস্থিত আছে মাত্ৰ এই কেইটা ল'ৰা; তুমি উপস্থিত দেখুৱাইছা একুৰি পাঁচোটা'ৰ—ইয়াৰ কাৰণ কি ?

পণ্ডিত—ছাৰ ! হাজিৰা বহীয়ে এইদৰে পোৱালি দিয়ে বুলি সকলোৱেই জানে। ইনো কি ডাঙৰ কথা ছাৰ ? পিছে আজি ওচৰতে এঘৰৰ বিয়া, ল'ৰাবোৰ বিয়ালৈ গ'ল। অৱশ্যে সিহঁতক মইয়ে পঠিয়াই দিছো—

ডেপুটি—এনেকৈ পঠালা কেলৈ—?

পণ্ডিত—ছাৰ ! মই কালি সিহঁতক সুধিছিলো বোলো বিয়া মানে কি ? কিন্তু গৰু-গাধহঁতে উত্তৰ দিয়া দূৰৰ কথা, বিয়ানো কি বস্তু তাকেই নাজানে। উস্ এনে যে জ্ঞান-আঁকল নাইকিয়া গজমূৰ্খবোৰ ! সিহঁতে বিয়াৰ অৰ্থ কব নোৱাৰে—এঁকা ?

ডেপুটি—তাৰ পিছত ?

পণ্ডিত—সেই কাৰণে কলো—বোলো যা, বিয়াখন খাই আহগৈ, আৰু কি পাৱ মোলৈও আনিবি ; আৰু তাৰ পিছতো বিয়াৰ

অৰ্থ বুজি-বাজি উত্তৰটো দিবিহি। সেই মতেই সিহঁত বিয়ালৈ গ'ল ছাৰ—!

ডেপুটি—বিয়ালৈ মাতিছিলে জানো ?

পণ্ডিত—নামাতিলেও খাবলৈ পাৰি নহয় ছাৰ। বিয়া-ঘৰত সেই-বোৰৰ খবৰ লয় কোনে? তাতে আমাৰ গাঁৱৰ বিয়াহে ছাৰ—

ডেপুটি—পিছে, ইয়াত উপস্থিতি নথকাকো উপস্থিত থকা আৰু নোহোৱাকো হোৱা বুলি দেখুৱাইছা কেলৈ ?

পণ্ডিত—( খলখলকৈ হাঁহি ) আমাৰ ছাৰেনো নজনা-নুবুজা আছে কি? আমাৰ দেশৰ মূধেফুটা সেই সভ্য-ভব্য ডাঙৰীয়াসকলে কথাই কথাই কয় নহয়—"আমি অসমীয়াই নোহোৱাক হোৱা, অসাধ্যক সাধন আৰু অসম্ভৱক সম্ভৱ নকৰিলে আমাৰ দেশৰ উন্নতি হয় কেনেকৈ?" মই সেই কাৰণে তাকেই কৰি মোৰ দেশ-প্ৰেমৰ আদৰ্শ দেখুৱাইছো ছাৰ! কাৰণ মই দেশ-হিতৈষী কথা গৰকা এই পাঠশালা স্কুলৰ প্ৰধান ওভতা পণ্ডিত।

ডেপুটি—সেইবুলি উপস্থিতি নথকাকো থকা বুলি দেখুৱাব লাগেনেকি ?

পণ্ডিত—উস্ মোৰ গোঁসাই! ছাৰে যে কিবোৰ বকিছে! বোলো যিদিনাই সিহঁতৰ নামবোৰ হাজিৰা-বহীত উঠি গ'ল—সেই-দিনাৰ পৰাই সিহঁত ইয়াত নাথাকিলেও আছে। সিহঁত মৰিলেহে চাই-চিতি নামবোৰ কাটি-কুটি উঠাই দিব পাৰো। এই হেতুকে মই যি কৰিছো আইন মতেই কৰিছো ছাৰ, তাত অকনিও আঁৰ নাই; আৰু মোৰ ভুলৰো কোনো প্ৰশ্নই উঠিব নোৱাৰে—

ডেপুটি—চাওঁ, তোমাৰ পৰিদৰ্শনৰ বহীটো দিয়া—

( পণ্ডিতে "ভাল ছাৰ" বুলি ফটা-ছিটা আধাপুৰণি পৰিদৰ্শনৰ বহীটো আনি ডেপুটিক দিয়ে। )

ডেপুটি—( বহীটো হাতত লৈ ঘূৰাই ঘূৰাই চায় ) কিহে পণ্ডিত! পৰি-দৰ্শনৰ বহীৰ পাত ফালি নাইকিয়া কৰিলা দেখোন ?



পণ্ডিত—ছাৰ! কেতিয়াবা তামোল-ছালি বান্ধিবলৈ সেইদৰে ফলা হয় আৰু—

ডেপুটি—চৰকাৰী বহীৰ পাত এইদৰে ফালিবা কিয় ?

পণ্ডিত—ছাৰ! এই বহীৰ বয়স মোতকৈ দুমাহৰে সৰু হব; গতিকে ইয়াক পেন্সন্ দিয়াই ভাল। বিশেষকৈ, পৰিদৰ্শনৰ আন এটা অৰ্থ পৰিদংশনো নহয় জানো? মই সেই কাৰণেই ইয়াক এফালৰ পৰা পৰিদংশন কৰি নিছো,—বেয়া হৈছে জানো ছাৰ ?

ডেপুটি—তুমি স্কুলৰ সৰ্বনাশ কৰিছা, তুমি একো উন্নতি কৰিব পৰা নাই। বাৰু কোৱাচোন—তোমাৰ দিনত কিমান ল'ৰাই বৃত্তি পালে ?

পণ্ডিত—ঐ আই! বৃত্তি? বোলো ছাৰে যে মোক কি কথাবোৰ সোধে! আমাৰ ল'ৰাক বৃত্তিৰ কি দৰ্কাৰ আছে? আমাৰ আটাইবোৰ প্ৰকাণ্ড প্ৰকাণ্ড ধনী মানুহৰ ল'ৰা। প্ৰত্যেকৰ ঘৰত একোটাকৈ গুটিধানৰ মেট্মৰা ভৰাঁল, এগোহালি শকট-আৰুট গৰু-মহ আৰু একোখনকৈ পানে-তামোলে ভৰা ডাঙৰ ডাঙৰ বাৰী—এইবোৰ কিমান চাব? সিহঁতে বৃত্তি পোৱা হলেও যাৰ ধন তাকেই স-সম্মানে ঘূৰাইহে দিলেহেঁতেন।

ডেপুটি—ওঁ, বাৰু বুজিছোঁ—

( ডেপুটিয়ে পৰিদৰ্শনৰ বহীৰ পাত এখিলাত কিবাকিবি লিখিবলৈ ধৰে )

পণ্ডিত—ছাৰে জানো কি লিখিছে এতিয়া—

ডেপুটি—কি লিখিমহে? তোমাৰ গুণ-গৰিমাৰ কথাকে লিখিছোঁ—

পণ্ডিত—ছাৰে যদি এবাৰ পঢ়িও শুনালেহেঁতেন—

ডেপুটি—শুনিবলৈ আছে কি? ইয়াত তোমাৰ অকৰ্মণ্যতাৰ কথাকে লিখিছো, শুনা—( ডেপুটিয়ে তেওঁ লিখাখিনি পঢ়ি শুনাবলৈ ধৰে )—'মই আজি এই স্কুল পৰিদৰ্শন কৰিবলৈ আহি পণ্ডিতক শুই থকা পালো। তেওঁ ল'ৰাবোৰক তেনেই ভুল শিক্ষা দিছে;

এই ভাৱেই এই স্কুলৰ অৱস্থা অতিপাত বেয়া হৈ পৰিছে। গতিকে মই আজিৰ পৰা পণ্ডিতক ছাছ্‌পেণ্ড কৰিছোঁ।

পণ্ডিত—উস্ হে ৰাম, হে হৰি! মই এতিয়া কৰোঁ কি? ছাৰে মোক জীয়াই জীয়াই ছছ্‌পেন্ কৰিবলৈ ধৰিছে? ছাৰ! মই আপোনাকে মাতিছো—মোৰ আঁঠোটা ল'ৰা-ছোৱালীৰ বধে চুব। আপুনি তাতোকৈ মোক কলহ-টেকেলিৰ খোলাকটিকে কৰি খালে-বামে পেলাই ৰং চাওক; তথাপি ছছ্‌পেন্ কৰি জীয়া জুইত পেলাই পুৰি পুৰি নামাৰিব। আপুনি জানি-শুনিও ব্ৰহ্মবধৰ ভাগী নহব ছাৰ—

ডেপুটি—নাই, নাই, নকবা, মোৰ এক কথা। আজিৰ পৰা মই তোমাক ছাছপেণ্ড কৰিছোঁ—

পণ্ডিত—( মন মাৰি ) ছাৰে যেতিয়া তাকে কৰিবলৈ ভাল পাইছে—মইনো এতিয়া কৰিম কি? মোৰেই পোৰা কঁপালৰ ফেৰ; এইবাৰহে জীয়াতে মৰিলো! ( ল'ৰাবোৰলৈ ) অ' ল'ৰাহঁত! তহঁতে শুনিছনে নাই? ছাৰে মোক ছছ্‌পেন্ কৰিছে, তহঁতৰ আজিৰ পৰা স্কুল বন্ধ হৈ গ'ল। যা, তহঁতৰ ঘৰত গৈ মাৰ-বাপেৰহঁতকো কৈ দেগৈ! বেগেতে যা, নহলে তহঁতকো মোৰ দৰেই কাঁহী-বাটী কৰি নাইকিয়া কৰিব একা। হেৰ যা, সোনকালে যা,—চাই আছ কি?

( ল'ৰাবোৰে ভয়ত কঁপি-জপি যেনি তেনি পলাবলৈ ধৰে )

ডেপুটি—পণ্ডিত! তুমি ল'ৰাবোৰক এনেকৈ পঠাই দিলা কেলৈ? স্কুল বন্ধ হব কিয়?

পণ্ডিত—ছাৰ! আজিৰ পৰা এই ওভতা পণ্ডিত ছছ্‌পেন্ হব যেতিয়া—এই স্কুলৰ চটি খুটাখিনিও কাটি-ছিঙি খৰি কৰিলেহে ভাল হব,—হবপায়?

ডেপুটি—আমাৰ হাতত উপযুক্ত শিক্ষক আছে, বুজিছা?

পণ্ডিত—উস্ ছাৰেনো সেইখন লীলা-খেলা কৰে কেলৈ? আৱশ্যক



মতে আগৰ ছাৰক দিয়াৰ দৰেই ছাৰকো মেটমৰা ভাৰ এখনি দিম নহয়।

ডেপুটি—নাই, নাই, মই একো নুশুনো, মোৰ এক কথা—

পণ্ডিত—তেনেহলে আজিৰ পৰা এই ওভতা পণ্ডিতৰ তেনৈই চিলিম ছিগিল! উস্ কৰো কি—মোক কোনে ৰক্ষা কৰিব ঐ ( মূৰে কঁপালে হাত দি দুখ কৰিবলৈ ধৰে। এনেতে হাতত ম'হৰ টোকন লৈ খঙত অধৈৰ্য্য অৱস্থাত দুটা গাঁৱলীয়া ডেকা আহি ভিতৰ সোমায় )

১ম ডেকা—কোনটো? কোনটো? সি আছে কত? তাৰ ইমান মৰ্ সাহনে—আমাৰ পণ্ডিতক জীয়াই জীয়াই মাৰি ছছ্‌পেন কৰে একা?

২য় ডেকা—হেৰ, সি নিশ্চয় কিবাকিবি মানুহ মৰা যাদু-মন্ত্ৰ জানে; নহলে মানুহক ছছ্‌পেন্ কৰিব পাৰেনে?

১ম ডেকা—অ' এইটো হব পায়। হয়,-হয়,—আমাৰ ল'ৰাবোৰে ইয়াৰ কথাকেই কৈছিলেগৈ—

২য় ডেকা—তেনেহলে ধৰ্—ইয়াকো টোকোনেৰে মৰিয়াই মৰিয়াই মাটিৰ ধুলিকে কৰি থওঁ—

ডেপুটি—( প্ৰাণৰ ভয়ত পণ্ডিতৰ ওচৰলৈ গৈ ) হেৰা ককাইহঁত! খং নকৰিবা—মোৰ কথা শুনা। ছাছ্‌পেণ্ড ইংৰাজী মাত-কথা; তাৰ অৰ্থ বৰ্খাস্ত কৰাহে,—মই পণ্ডিতক বৰ্খাস্ত হে কৰিবলৈ লৈছো।

১ম ডেকা—ইস্ চা, এতিয়া প্ৰাণৰ ভয়ত ছছ্‌পেন্ কৰিবলৈ এৰি দি আমাৰ পণ্ডিতক ৰৰকায়ষ্ঠ কৰিবলৈ লৈছে একা?

২য় ডেকা—হেৰ, বোলো আমাৰ পণ্ডিত অতি উত্তম ঘৰৰ বামুণ মানুহ; তই তেওঁক বলেৰে ৰৰকায়ষ্ঠ কৰিবলো আহিলেই বৰকায়ষ্ঠ হবনে?

১ম ডেকা—হেৰ, ইবোৰ-সিবোৰ কথা বাদ দে; ধৰ্ ইয়াকে

মাধমাৰৰ কোবত আমাৰ গেলা পিটনিৰ বৰকাছ কৰি পেলাওঁ। চাওঁচোন, ইয়াৰ মানুহ মৰা যাদু মন্ত্ৰৰ ওপৰত তিনিবাৰ বেয়া কৰি দিব পাৰোনে নোৱাৰো—

ডেপুটি—( পণ্ডিতৰ কাষলৈ গৈ কঁপি কঁপি ) হেৰা পণ্ডিত! মোক ৰক্ষা কৰা,—তুমি এবাৰ তেওঁলোকক বুজাই কোৱাচোন, তোমাকে মাতিছো—

পণ্ডিত—ওঁহোঁ, আও, মোক এতিয়া নামাতিবই ছাৰ! মই এতিয়া পূৰা ছছ্‌পেন্ হৈ তেনেই তপত হৈ আছো—; আপুনি আঁতৰি যাওক,—আঁতৰি যাওক।

ডেপুটি—নহয়, নহয় পণ্ডিত! মই তোমাক পুনৰ কামত ৰাখিম, তোমাৰ দৰ্ম্মহাও বঢ়াই দিম, তোমাক ভাল বুলিও কম। মোক এই বিপদত ৰক্ষা কৰা—ৰক্ষা কৰা—।

পণ্ডিত—বাৰু, আগতে পৰিদৰ্শনৰ সেই লিখা পাতখন ফালি-ছিৰি পেলাই দিয়ক। তাৰ পিছত ইখনত লিখক যে, পণ্ডিত অতি জ্ঞানী-মানী সজলোক, ল'ৰাক ভাল শিক্ষা দিছে, স্কুলৰো যথেষ্ট উন্নতি হৈছে; আৰু সেই বাবেই পণ্ডিতৰ মাহিলি দৰ্ম্মহাও পাঁচ টকা বঢ়াই দিয়া হৈছে। এই বুলি লিখক—

ডেপুটি—বাৰু, বাৰু, সেই দৰেই দিওঁ; তথাপি মোক ৰক্ষা কৰা,—বিপদৰ পৰা উদ্ধাৰ কৰা—পণ্ডিত।

পণ্ডিত—মোৰ এক কথা, কৰিম বুলিছোঁ কৰিমেই; বাৰু আগতে লিখি দিয়কচোন—

( ডেপুটিয়ে আগৰ পাতখিলা ফালি, পণ্ডিতে কোৱা মতেই পিচৰখন পাতত লিখিবলৈ ধৰে। )

ডেপুটি—পণ্ডিত! চোৱা, এইয়া লিখি দিলো; তুমি এতিয়া মোক ৰক্ষা কৰা—

( পণ্ডিতে ডেপুটিৰ হাতৰ পৰা বহীখন লৈ ভালকৈ ঘূৰাই ঘূৰাই পঢ়ে আৰু আনন্দত হাঁহিবলৈ ধৰে। )



পণ্ডিত—এৰা, এৰা, এতিয়াহে ঠিক হৈছে। মই এতিয়াহে আকৌ উভতি আহিছো। ( ডেকাহঁতলৈ চাই ) হেৰ খৰম! হেৰ ভলটিপ্! সাৱধান, ইমান অধৈৰ্য্য নহবিচোন, ছাৰে কি লিখিছে মই পঢ়ো,—তহঁতেও কাণ পাতি শুনি যা, বুজিছনে?

ডেকাহঁত—ওঁ, পঢ়ক মহাশয়, পঢ়ক—পঢ়ক—

পণ্ডিত—( পৰিদৰ্শনৰ টোকাখিনি পঢ়ে ) শুনহঁক! আমাৰ ছাৰে লিখিছে—"মই আজি স্কুল চাবলৈ আহি অতি ভাল পালো। পণ্ডিতে ভাল শিক্ষা দি আছে, আগতকৈও বহুত উন্নতি হৈছে। গতিকে তেওঁৰ গুণানুসৰি মাহে পাঁচ টকাকৈ মাহিলি বেতন বঢ়াই দিয়া হ'ল।"

ডেকাহঁত—এৰা, এৰা, এতিয়াহে ভাল লাগিছে—

পণ্ডিত—এতিয়া গম পালিনে—মই তহঁতৰ গাৱঁত কিমান ভাল কাম কৰিছোঁ? চা, তহঁতৰ স্কুলৰো উন্নতি হৈছে আৰু মোৰো পাঁচ টকাকৈ দৰ্ম্মহা বাঢ়িল। খবৰদাৰ, আজিৰ পৰা পণ্ডিতে ল'ৰাক নপঢ়াই স্কুললৈ আহি, শুই থাকে বুলি কেতিয়াও নকবি। স্বয়ং আমাৰ ডেপুটি ছাৰে স্বীকাৰ কৰিছে যেতিয়া, তহঁতবোৰ কোন কূটা অ'? যা, যা, তহঁতৰ গাৱঁৰ ইবোৰকো কৈ দেগৈ—

১ম ডেকা—বাৰু, যাওঁ মহাশয়! পিছে আপুনি এতিয়া ছছ্‌পেন্ হব নে—মানুহ হৈয়ে থাকিব?

পণ্ডিত—হেৰ, মোক ছছ্‌পেন্ কৰি ৰক্ষা আছে কাৰ? এতিয়া চকুৰ আগতেই দেখিলি নহয়—ওভতা পণ্ডিত কিমান গুণী-জ্ঞানী বৰ মানুহ—

২য় ডেকা—হয়-হয় মহাশয়! সকলো দেখিলো, আপোনাৰ সমান ডাঙৰ মানুহ কেও নাই।

পণ্ডিত—এতিয়া যা, পাৰিলে মোলৈ এচাৰ ভাল চাই দৈ গাখীৰ লৈ আহিবি,—বুজিছনে?

১ম ডেকা—আনিম মহাশয়, নিশ্চয় আনিম। আমাৰ ল'ৰাবোৰক আপুনিয়েই মানুহ কৰিছে যেতিয়া, সিনো কি ডাঙৰ বস্তু হোঁ ?

২য় ডেকা—এতিয়া যাওঁ—,আমাৰ গাৱঁতো মহাশয়ৰ উন্নতিৰ কথা কওঁগৈ,—হেঃ হেঃ হেঃ দেখিলি ? আমাৰ মহাশয় কম ডাঙৰ মানুহ নে ?

( ডেকাইত ওলাই গুচি যায় )

ডেপুটি—পণ্ডিত ! আজি তুমি নথকা হলে মোৰ ফালে সৰ্বনাশ হ'ল-হেঁতেন। সঁচা গাৱঁলীয়া স্কুল চোৱা কম কথা নহয়। মই আগলৈ কোতয়াও নাহো,—লাগিলে কামকে এৰিম। উস্—ৰৰ ভয় খালোহে পণ্ডিত—

পণ্ডিত—ছাৰ ! এই ওভতা পণ্ডিতক চিনি নোপোৱা মানুহৰ এনেদৰে পদে পদে বিপদ আছেই—

ডেপুটি—সঁচা, সঁচা, তুমি বহুত কথাৰ মানুহ। পিছে, তুমি ইংৰাজী মাত-কথা সমূলি বুজি নোপোৱানেকি পণ্ডিত ?

পণ্ডিত—এস, ছাৰকনো এতিয়া কম কি ? তাহানি সেই ইংৰাজী ঘেঁ াৰাটোৰ তললৈকে পঢ়িছিলো ; কিন্তু এঠাইত পি-ইউ-টি= পুট্ আৰু এঠাইত বি-ইউ-টি=বাট বুলি কবলৈ শিকোৱাত, এনে আওবনৰীয়া ভাষা নিশিকো বুলি, সিমানতেই চেঁচাপানী ঢালিথৈ ঘৰলৈ উভতি আহিলো। পিছে—"ইয়েছ" আৰু "নৌ" —এই কেইটা কথা হলে পাহৰা নাই ; এতিয়াও জিহ্বাৰ আগত হল্-হল্কৈ ওলায় নহয়—

ডেপুটি—অ' হয়নেকি ? ভালেহে। বাৰু, মোক এতিয়া কিছুদূৰ আগবঢ়াই থৈ আহাঁগৈ ব'লা। বোধকৰোঁ—সেই মানুহ দুটাই মোলৈ বাটত বৈ আছে গৈ—

পণ্ডিত—নাই, নাই, আপুনি তাৰ বাবে ভয়েই নকৰিব ; মই সকলো কথা বুজাই দিলো যেতিয়া—আপোনাৰ ভয় কি ? যাওঁক—মোৰ কথা কলে কোনো ভয় নাই নহয়—



ডেপুটি—পণ্ডিত ! পিছে মোৰ এই ঘটনাৰ কথা কাৰো আগত নকবা ; তুমি আৰু মই যি জানিলো। ছিঃ ছিঃ বৰ লাজৰ কথা হে,—মানুহে শুনিলে নকবকি ?

পণ্ডিত—আও, কিয় কম ছাৰ ? নকওঁ,—কেতিয়াও নকওঁ। কিন্তু, মোৰ চাকৰিটোৰ ফালেও নাপাহৰিব আকৌ—

ডেপুটি—কিয় পাহৰিম ? মই থাকোমানে তোমাৰ কোনো ভয় নাই, সেই বিষয়ে চিন্তাই নকৰিবা। বাৰু, এতিয়া যাওঁ—থাকিবা।

পণ্ডিত—ভাল ছাৰ ! যাওঁক, প্ৰণামহে কৰিছোঁ—( ডেপুটি ওলাই যায়, পণ্ডিতে কথাবোৰ ভাবি ভাবি পাৰে মানে হাঁহিবলৈ ধৰে, তাৰ অলপ সময়ৰ পিছতেই ডেপুটি আকৌ সোমাই আহে। )

ডেপুটি—পণ্ডিত ! কি আচৰিত কথা ! মোৰ ছাইকেলখন নাই, তাৰ পৰা নিলে কোনে ? সৌ তাতেই থৈ আহিছিলোহে—

পণ্ডিত—কি ? ছাৰৰ ছাইকেল্খন নাই ? ছেঃ নিলে কোনে ? উস্ কটা, কি আপদ ! এই বৰজহনী বেমাৰত গাত লৈ যোৱাইঁতে ছাৰক এনে অন্যায় কৰিব পায়নে ? থুইকটা, সিহঁতৰ সাতাম পুৰুষে ছাইকেল্ দেখিবলৈ নাপালে, এতিয়া সিহঁতক ডেপুটি-ছাৰৰ ছাইকেল ঘেলাবলৈ লাগে ? থুইকটা, সিহঁতৰ লাজো নালাগে এঁকা—

ডেপুটি—তুমি অলপ খবৰ কৰি দিয়া পণ্ডিত। নহলে মোৰ মহা বিপদ—মই এতিয়া ঘৰলৈ যাওঁ কেনেকৈ ?

পণ্ডিত—ওঁ, নহয়নো কেলৈ ? হয়তো, ছাৰে এতিয়া ঘৰলৈ যায় কেনেকৈ ? ছেঁঃ কি যে বিপদৰ উপৰি বিপদ ! বাৰু, বলক, গৰু-গাড়ী এখনকে বিচাৰি দিওঁগৈ—

ডেপুটি—নহয় পণ্ডিত ! আগতে মোৰ ছাইকেলখনহে বিচাৰি দিয়া ; এই গাৱঁৰেই কোনোবাই নিশ্চয় লৈ গৈছে।

পণ্ডিত—ছাৰ, আপোনাক কমনো কি ? গাৱঁৰ ল'ৰাবোৰ তেনেই

গুচিলে। সিহঁতি কাকো নুসুধা-নুপুচাকৈ আজিকালি নিওঁ বুলিয়েই ঘপ্ হ কৰে লৈ যায়। এনে যে অঘাইতং-গুণ্ডা হৈছে,—এই কালৰ এই ল'ৰাবোৰ।

ডেপুটি—তেন্তে, চুৰি কৰি লৈ যায় নেকি ?

পণ্ডিত—আও তেনে কথা নকব। চুৰিৰ ঠাইত আজি কালি আধুনিক শব্দ 'ফাকৃমৰা' বুলি কব। আগৰ মাত-কথা তেনেই ওলট্-পালট্ হৈ গ'ল ; এতিয়া একেবাৰেই খিচিৰি ভাত,—কলেগুৰে সনা ঘিলা পিঠা হ'ল।

ডেপুটি—সঁচাই গাওঁবোৰ বৰ বেয়ালৈ গৈছে, নহয়নে ?

পণ্ডিত—সুধিছেহে আকৌ ? আগৰ গাওঁ আৰু এতিয়াৰ গাওঁ—স্বৰ্গ-মৰ্ত্ত্য তফাৎ। গাৱঁত আজিকালি যিহে বাম-উকীল, দ-উকীল, ষাড় গৰু, ভবলা ছাগলি আৰু সভ্য-ভব্যবোৰ ওলাই বাটে-ঘাটে দপ্দপাই ফুৰে, সিহঁতৰ প্ৰতাপত গাওঁ তল-ওপৰ। কেতিয়াবা বাটত অকলে যোৱাও মস্কিল ; ইফালে ছোৱালীবোৰৰ কথানো কম কি ? তেনেই একেকাৰ হ'ল, আজিকালি গাওঁবোৰ আগৰ দিনৰ গাওঁ হৈ থকা নাই ছাৰ !

ডেপুটি—সঁচা, তুমি ঠিকেই কৈছা পণ্ডিত। মইও বেছ অনুমান কৰিব পাৰিছো। গাৱঁত ফুৰা কম কথা নহয়,—মানুহৰ পদে পদে বিপদ-আপদ আছেই—

পণ্ডিত—ছাৰ ! এটা কথা মন কৰিবচোন, আমাৰ এই উঠি অহা ডেকা-গাভৰু মখালৈ। নগৰত যেনিবা আজিকালি তলিলৈকে উদং হ'ল,—বাট-বিচাৰো নাই ; কিন্তু আমাৰ গাৱঁৰ মখাক পাইছে কিহে ? ডেকা-গাভৰুহঁতৰ প্ৰেমালাপ, সভা-সমিতি, সহ-অভিনয়, ফিছিঙা-ফিছিঙি,—কেহেলি-কেন্দেলি, এইবোৰনো কিমান চাব ? নেদেখিছে তাৰ ফলত কি নোহোৱা নোপজা কথাবোৰ ওলাবলৈ হ'ল !

ডেপুটি—এৰাহে, এইবোৰ সময়ৰ ধুমুহা বুজিছা, উপায় নাই। বাৰু, এতিয়া ব'লা, মোক সোনকালে ছাইকেলখন বিচাৰি দিয়াগৈ। ঘৰত জৰুৰি কাম আছে, মই শীঘ্ৰে ঘৰলৈ যাওঁ পণ্ডিত।



পণ্ডিত—ভাল, বলক ছাৰ। দুইহঁতে আলিত শিকি থাকোতেই নিশ্চয় ধৰিম গৈ। উস্ এনে লাজ-কাজ নাইকিয়া গজমূৰ্খহঁত ! ডেপুটিৰ ছাইকেলত লপিয়াবলৈ শিকিছে এঁকা ? পাষণ্ডহঁতৰ ডাঙৰ-সৰুৰ বাট-বিচাৰ নাই,—ইমান আঁকল, ইমান সাহ ? বাৰু আহক ছাৰ ! আজি দেখা যাব, সিহঁতনে এই ওভতা পণ্ডিত ; সিহঁতৰ মাক-বাপেকৰ আটাই কেওখন বিয়া দেখুৱাম বুলিছো—দেখুৱাম। সিহঁতে মোৰ আগত লুকাই সাৰিব ক'ত—? এই ওভতা পণ্ডিতক সাত ঘাটৰ চেঙেলি বুলি গম নাপায়নে সিহঁতে—? *

( দুয়ো বেগা-বেগিকৈ ওলাই যায়। )

---

* 'আৱাহন'ত প্ৰকাশিত।

## ( ২ )

# বিধাতাৰ নতুন পৰিকল্পনা

### দৃশ্য—স্বৰ্গপুৰী।

( বিশ্বকৰ্ম্মাই তেওঁৰ কাৰখানাত হাতুৰি আৰু বটালি লৈ এটা নতুন মানুহ তৈয়াৰ কৰি থকা অৱস্থাত, সম্পূৰ্ণ চাহাবী পোষাকত ছিগাৰেট্ এটা হুপি হুপি বিধাতা ভিতৰ সোমাই আহে। তেওঁৰ হাতত এটা মোনা, তাৰ ওপৰত ডাঙৰ ডাঙৰ আখৰেৰে "অঘাইতং জীৱ" বুলি লিখি থোৱা কথাখিনি ভালকৈ দেখা পোৱা যায়। ]

বিধাতা—হেল' বিশ্বকৰ্ম্মা!

বিশ্বকৰ্ম্মা—( আচৰিত হৈ ভয়ে ভয়ে ) আপুনি? কোন আপুনি? ক'ৰপৰা আহিছে?

বিধাতা—( হাঁহি হাঁহি ) হাঃ হাঃ হাঃ—ভয় কৰিছা? মই কোন, চিনি পোৱা নাই? শুনা, মই তোমালোকৰ বিধাতা।

বিশ্বকৰ্ম্মা—( আচৰিত হৈ ) বিধাতা? আমাৰ বিধাতা? ওঁ হোঁ, মোৰ বিশ্বাস নহয়—

বিধাতা—মোক বিশ্বাস কৰা,—সঁচাই মই বিধাতা।

বিশ্বকৰ্ম্মা—আমাৰ বিধাতাৰ প্ৰমাণ?

বিধাতা—( মূৰৰ টুপী আৰু চচ্‌মা খুলি ) চোৱাঁ, এইয়া মোৰ মুখৰ পিনে চোঁৱা—

বিশ্বকৰ্ম্মা—( বিধাতা বুলি চিনি পাই ) ওঁ, হয়তো—আপুনি আমাৰ বিধাতা। প্ৰণাম কৰিছো, মোক ক্ষমা কৰক প্ৰভো, মই বৰ অপৰাধ কৰিছো—

বিধাতা—নাই, নাই, তোমাৰ অপৰাধ কি? সচাঁ, এই পোষাকে অচিনাকি কৰাটো এটা স্বাভাৱিক কথা।



বিশ্বকৰ্ম্মা—পিছে প্ৰভুৱে কেতিয়াৰ পৰানো এই নতুন পোষাকটো পৰিধান কৰিছে? আস্ কিমান যে ধুনীয়া!

বিধাতা—অ' হয়—হয়, তোমাক সেই বিষয়ে কোৱা নাই; কওঁ শুনা; মই যে অলপতে মৰ্ত্য-পুৰীলৈ গৈছিলো, তাত কি কি দেখি আহিলো জানা? আজিকালি তাৰ মানুহবোৰ আগৰ সেই মানুহ হৈ থকা নাই, তেনেই জাতে-পাতে কামে-কাজে ওলট্-পালট্ হৈ গ'ল, বুজিছানে—

বিশ্বকৰ্ম্মা—কি, সিহঁতো ওলট্-পালট্ হৈ গলনে? সিফালে ঘুণেও ধৰিছেনেকি প্ৰভো—?

বিধাতা—সেইবোৰ হবলৈ এতিয়াও একো বাকী থকা নাই। মোৰ গাত এই যে ড্ৰেছটো দেখিছা, ইয়াৰ কিমান মাহাত্ম্য, কম কিমান,—শুনিবা কিমান? মৰ্ত্যত ইয়াৰ যিহে সমাদৰ,—যিহে আদৰ; তাকে দেখি মোৰো এটা পিন্ধিবৰ বৰ মন গ'লহে। সঁচা এতিয়াহে মই আচলী বিধাতা হৈছো যেন লাগিছে। তুমি বাৰু মোক কেনে দেখিছা বিশ্বকৰ্ম্মা?

বিশ্বকৰ্ম্মা—সুধিছেহে আকৌ? ইমান যে ভাল দেখিছোঁ, চাই থাকিলে চাই থাকিবৰহে মন যায়। তেনেই সোণত সুৰগা চৰিছে নহয়। আস কিমান সুন্দৰ, কিমান মনোমোহা, এই মৰ্ত্যৰ ড্ৰেছটো!

বিধাতা—তাৰ পিছত, তাত কি কি দেখিলো জানা? আজিকালি মতাবোৰৰ দৰে মাইকীবোৰেও বিড়ি-সিগাৰেট্ খাই পৃথিবীখন ধুৱলী-কুঁৱলী কৰি পেলাইছে; আনকি তাত খনে খনে মদ-লাওঁপানীৰো নৈ ববলৈ ধৰিছে। মদৰ নিচাত আলিবাট তিনিফাল কৰি যিহে নাচ-গান কৰে, কিমান চাবা? সিফালে যিহে স্নো-পাউডাৰৰ পৰ্বত খহিবলৈ ধৰিছে—! এতিয়া কাৰো আচল মুখ দেখিবলৈ নাই, তেনেই কিতাপৰ ছবি হবলৈ ধৰিছে,—বুজিছানে!

বিশ্বকৰ্ম্মা—উস্ এনে অধঃপতন! মাইকীবোৰেও বিড়ি-ছিগাৰেট্ হুপেনে?

বিধাতা—সুধিছাহে? তোমাক কৈছো,—তেনেই ছিনেমাৰ জগত হৈ গ'ল; বাটে-ঘাটে মৰ্ত্যৰ ছিনেমা চাবা কিমান? ধূমপানৰ কথানো কম কিমান? সিহঁতৰ ধূমপানৰ ধূৱাৰ মাজত মোৰ এৰোপ্লেইন্‌খন নিবলৈকে মস্কিল হৈছিল; ভাগ্যে কথমপি সেই পোন্ধৰ আগষ্টৰ দিনা বৰ ভুঁইকঁপ কৰাইহে কোনোমতে নামি ৰক্ষা পৰিলো।

বিশ্বকৰ্ম্মা—তাৰ পিছত? তাৰ পিছত?

বিধাতা—তাৰ পিছত,—মইও সেই ধূমপানৰ লোভ সামৰিব নোৱাৰি এপেকেট্ কিনি লৈ খাই চালো। এতিয়া খাই খাই এৰিবকে নোৱাৰা হলোহে,—ইমান ভাল যে মৰ্ত্যৰ এই ছিগাৰেটবোৰ!

বিশ্বকৰ্ম্মা—কিন্তু, মই এবাৰ আমাৰ লেবৰেটৰীত পৰীক্ষা কৰি চাইছিলো, সেই ধূম্‌পানৰ পৰাই মাৰাত্মক্ কেন্‌চাৰ বেমাৰ হয় আৰু কোনো কোনো ক্ষেত্ৰত টি-বি বেমাৰো সাৰি নাযায়। সিহঁতে ধূম্‌পানৰ ধূৱাৰে আমাৰ বায়ু-দেৱতাকো অপবিত্ৰ কৰাৰ খণ্ডতেই,—মই এতিয়াও সেই কেন্‌চাৰৰ ঔষধ উলিয়াই দিয়া নাই—সেয়ে তাৰ আচল কাৰণ।

বিধাতা—ওঁ, তাৰ পৰা মানুহ মৰে, মৰিবলৈ দিয়াহে। অন্যহাতে তাৰ ফলত মোৰ এটা প্ৰধান উদ্দেশ্যও পূৰ্ণ হব পাৰে—

বিশ্বকৰ্ম্মা—তেতিয়া যে মানুহে আপোনাক ৰাতি দিনে গালি শপনি পাৰিব প্ৰভো?

বিধাতা—( হাঁহি হাঁহি ) গালি? গালি পাৰিবলৈ এতিয়াও কিবা বাকী আছেনে বিশ্বকৰ্ম্মা? সিহঁতে মোক কণা বিধাতা বোলে, —মই হেনো কণা! আজিকালি মোক গালি পৰাটো সিহঁতৰ এক ধৰ্ম্ম হৈ পৰিছে—

বিশ্বকৰ্ম্মা—ইমানতো আপুনি মনে মনে থাকিবনে প্ৰভো?



বিধাতা—উপায় কি? শুনা, সেই কাৰণেই মোৰ এই নতুন পৰিকল্পনাত—সিহঁতক প্ৰথম স্থান দিছোঁ। মোৰ ইচ্ছা, এইবাৰ মতা-মাইকী উভয়কে একাত্মা কৰি, মই এক শ্ৰেণীৰ নতুন মানুহ স্ৰজন কৰিম।

বিশ্বকৰ্ম্মা—তাৰ উদ্দেশ্য?

বিধাতা—তেতিয়া মতাই মাইকীক আৰু মাইকীয়েও মতাক বিচাৰি হাবাথুৰি খাব নালাগিব। মোৰ এই পৰিকল্পনা কেনে হব বিশ্বকৰ্ম্মা?

বিশ্বকৰ্ম্মা—( হাততালি দি বৰকৈ হাঁহি ) হাঃ হাঃ হাঃ—

বিধাতা—তুমি হাঁহিলা যে বিশ্বকৰ্ম্মা? বেয়া হবনেকি? অৱশ্যে সংসাৰ নাবাঢ়ে সঁচা, তাৰ পৰিধিও অতি ঠেক্ হৈ থাকিব; কিন্তু এই প্ৰগতিশীল জগতত পুৰণিৰ স্থান নাই,—এই কথাও ভাবি চাবা বিশ্বকৰ্ম্মা।

বিশ্বকৰ্ম্মা—কিন্তু, এক দেহত মতা-মাইকী উভয়কে প্ৰকাশ কৰাও, মোৰ কম পৰিশ্ৰমৰ কথা নহব প্ৰভো

বিধাতা—কিয়? তোমাৰ কাৰখানাত ইমানবোৰ হাতুৰি-বটালি থকাত তোমাৰ ভয় কি?

বিশ্বকৰ্ম্মা—ওঁ, অৱশ্যে পাৰিম; কিন্তু মোৰ পৰিশ্ৰমৰ সেই দুখ-কষ্টৰ ফালেও চাই, মোৰ মাহিলি বেতন ফেৰাও বঢ়াই দিব লাগিব প্ৰভো!

বিধাতা—নিশ্চয়, সেই বাবে ভয় কি? আমাৰ এছেম্বেলিত দৰ্মহাৰ বিলখন পাছ কৰাই লব পাৰিলেই—তোমাৰ মাহিলি দৰ্মহাও বঢ়াই দিয়া হব নহয়—

বিশ্বকৰ্ম্মা—সেইকণি প্ৰভুৰ কৃপানুগ্ৰহ—

বিধাতা—ভয় নাই, ভালমতে কাম কৰি যোৱা,—দৰ্মহা নিশ্চয় বাঢ়িব। মই পৰিশ্ৰমৰ মৰ্যাদা বুজো,—বুজিছা? তোমালোকৰ দুখ-কষ্টৰ কথা কেতিয়াও পাহৰা নাই।

বিশ্বকৰ্ম্মা—পিছে, আজিকালি মোৰো দেখোন এছেম্বলিৰ মেম্বাৰ হবলৈ বৰ মন যায় ; মই জানো মেম্বাৰ হব নোৱাৰিম প্ৰভো ?

বিধাতা—এস্ সেইবোৰ বৰ লেটি-পেটি কথাহে। মেম্বাৰ হবলৈ হলে বহুত কথা জানিব লাগে,—ইফালে বাহিৰত ভকট আৰু ভিতৰি মস্ত কলচোৰো হব লাগিব। সেইবোৰ বাদ দিয়', তুমি এজন প্ৰখ্যাত মিস্ত্ৰী, সেই কামতেই ধৰি থাকা ; তোমাৰ এই হাতৰ-বিদ্যাতকৈ বহুৰূপা ভাও ডাঙৰ নহয়, বুজিছা ?

বিশ্বকৰ্ম্মা—তথাপিও মনটোৱে টিক্‌টিকাই থাকে আৰু প্ৰাণটোৱেও কেৱল মেম্বাৰ হোৱাৰহে সপোন দেখে। মই কোনোমতে ছলে-বলে, বুদ্ধি-কৌশলে কেনেবাকৈ মেম্বাৰটো হব পাৰিলে অন্ততঃ মোৰ পেটটোকে বঢ়াব পাৰিম ! সিফালে বামুণেই মৰক বা লগুণেই ছিগক—।

বিধাতা—মেম্বাৰ হোৱাৰ দৰ্কাৰি গুণবোৰ তোমাৰ আছে জানো বিশ্বকৰ্ম্মা ?

বিশ্বকৰ্ম্মা—নহব কেলৈ ? শুনক,—মই ভোটাৰৰ ঘৰত গৈ পইতা-কৰকৰা ভাত খোৱাৰ উপৰিও, কনাক চকু, বিধবাক সাধবা, দুখীয়াক চহকী, নিৰাশ্ৰয়ক আশ্ৰয়, অপুত্ৰকক পুত্ৰ, নিষ্কৰ্ম্মাক কৰ্ম্ম, সৰুক বৰ, বিৰহিনীৰ বিৰহ বেদনা গুচাই—সকলোকে ভাগে ভাগে সমানে সুখ-শান্তি বিলাব পাৰিম নহয়। মোৰ সেইবোৰ গুণ গৰিমা আছে বাবেহে মোৰ মনটো ইমানকৈ উৰ্জান-ভাটি কৰি আছে।

বিধাতা—হেৰা, তোমালোকেও তেনেবোৰ আশা কৰিলেনো, এই বিলাক শিল্প-বাণিজ্যৰ উন্নতি কৰিব কোনে ? তুমি এজন মস্ত শিল্পী, এই শিল্প এৰি তেনে ৰাজনীতি কৰিবলৈ গলে, আমাৰ উন্নতিবোৰ হব কৰপৰা ? মোৰ কথা শুনা, অবাবত সেইবোৰ ভাবি-চিন্তি তোমাৰ ইকূল-সিকূল দুয়োকূল ধ্বংস কৰিবলৈ নাযাবা, বিশ্বকৰ্ম্মা।



বিশ্বকৰ্ম্মা—শুনিছোঁ, মেম্বাৰ হব পাৰিলে সেই ঘূৰণীয়া চেপেটা ঢেৰ্ ঢেৰ্ টকা-পইচাবোৰ চাপি আহে হেনো ; অইন কি মেম্বাৰৰ পিছ দুৱাৰেও ধনবোৰ চুচৰি চুচৰি আহি বাকছত থাকেহি ; আস্ কম ভাগ্যৰ কথানে ? গতিকে এবাৰ গাটো ভালকৈ শকত কৰি লব পাৰিলে, মোক পায় কোনে ? সিফালে জিপ্ মটৰবো চিন্তা কি ? পাৰিলে পায়খানাৰ ফালেও জিপেৰেহে অহা-যোৱা কৰিম। শুনক, মোৰ মনত এনে কিমান যে কল্পনাবোৰ আছে,—মই সেইবোৰ কেতিয়ানো পূৰ্ণ কৰিব পাৰিম প্ৰভো—?

বিধাতা—সেইবোৰ এৰি পেলোৱা। তোমাৰ চিন্তা কি ? মই তোমাক মোৰ এই বিখ্যাত কাৰখানাৰ অধিপতি পাতিম,—তোমাৰ টকা-পইচাৰ অভাৱ আছে কি ? এই মিস্ত্ৰী কামতে মন দি লাগা,—তোমাৰ কতো মৰণ নাই।

বিশ্বকৰ্ম্মা—ভাল বাৰু, প্ৰভুৰ মুখৰ বাক্য যেতিয়া মোৰ ঘূৰাই কবলৈ আছে কি ? পিছে আপোনাৰ হাতত সেইটোনো কিহৰ মোনা প্ৰভো ? ওপৰত দেখোন অঘাইতং জীৱ বুলি লিখা আছে ?

বিধাতা—অ' তোমাক সেইবোৰ কবলৈ বাকী আছে, কও শুনা। মই প্লেইনেৰে গৈ ঘূৰিপকি মৰ্ত্যৰ এখন বৰ আওহতীয়া দেশত ওলালোগৈ। সেই ঠাইৰ মানুহবোৰ ইমান যে অজলা-অকঁৰা আপোন-পাহৰা হোৱা, তোমাক কম কি ? সিহঁতৰ কথাবোৰ কবলৈ গলেও ওৰ নপৰে। মই তাৰ পৰাই কেইটামান অতি দুষ্ট আৰু অঘাইতং জীৱ ইয়াত বন্দী কৰিলৈ আহিছোঁ ;—এইটো অঘাইতং জীৱৰ মোনা।

বিশ্বকৰ্ম্মা—অঘাইতং জীৱ ? সিহঁতৰ অপৰাধ কি প্ৰভো ?

বিধাতা—ইহঁতৰ অপৰাধ অতি গুৰুতৰ। ইহঁতে কি কৰিছিলে জানা ? ৰাতিয়ে-দিনে ব্লেকমাৰ্কেট্ কৰি মানুহৰ তেজ হুহি হুহি খাইছিলে। কাৰোবাক দেখি ৰান্ধে আৰু কাৰোবাক দেখি বাঢ়ে।

ইহঁতে কয় এটা আৰু কৰে এটা, তল-ওপৰৰ চিন্ নাই ; তেনেই পিশাচ প্ৰবৃত্তি লৈ মুঠিয়ে ধন ঘটিছিলে। গতিকে এই পিশাচ, দেশ-দ্ৰোহীইঁতক এইভাৱে ধৰি অনাৰ বাহিৰে মোৰ অন্য কোনো উপায় নাথাকিলে।

বিশ্বকৰ্ম্মা—পিছে, এতিয়া ইহঁতৰে কৰে কি প্ৰভো ?

বিধাতা—মোৰ এই নতুন পৰিকল্পনাত ইহঁতৰ অত্যন্ত আৱশ্যক আছে ; নতুন পৰিকল্পিত মানুহৰ দ্বাৰা কেনে প্ৰতিক্ৰিয়া সৃষ্টি হয়—মই তাকেই পৰীক্ষা কৰি চাম।

বিশ্বকৰ্ম্মা—যদি আপোনাৰ পৰিকল্পিত মতে ভাল ফল পোৱা নাযায়, তেতিয়া ?

বিধাতা—তেতিয়া মতাক মাইকী আৰু মাইকীবোৰক মতা কৰি চাম ; কেনে হব বিশ্বকৰ্ম্মা ?

বিশ্বকৰ্ম্মা—অৱশ্যে প্ৰভুৰ কল্পনা মহৎ ; বাস্তবিকে এই মানুহ জাতিৰ আমূল পৰিবৰ্তনৰ অত্যন্ত দৰ্কাৰ হৈ পৰিছে।

বিধাতা—পিছে মোৰ পৰামৰ্শ মতেই এইটো সাজিছা নহয়নে ?

বিশ্বকৰ্ম্মা—হয় প্ৰভো, সেই মতেই কৰি আছোঁ—

বিধাতা—কি কাঠৰ ?

বিশকৰ্ম্মা—উত্তম শাল কাঠ।

বিধাতা—শাল কাঠৰ মানুহ ক'লা নহব জানো ? ক'লা মানুহবোৰ যে, বৰ টেঙৰ আৰু মস্ত বুদ্ধিয়কো—?

বিশ্বকৰ্ম্মা—ওঁ, মিছাও নহয় ; কিন্তু ক'লাৰ পৰা যি বিপদ হয়, বগাৰ পৰাও তদ্ৰুপ্ নোহোৱা নহয় প্ৰভো—

বিধাতা—কেনেকৈ ? কেনেকৈ ?

বিশ্বকৰ্ম্মা—প্ৰভুৱে জানো বগা বগা বাতৰি কাকতে-পত্ৰে সেই বগা বগীইঁতৰ পৰা উদ্ভৱ হোৱা ঘটনাবোৰৰ কথা গম নাপায় ?

বিধাতা—( হাঁহি ) ওঁ, বুজিছোঁ, তোমাৰ সেই ক'লা-কলীইঁতলৈ বৰ দৰদ, নহয়নে বিশ্বকৰ্ম্মা ?



বিশ্বকৰ্ম্মা—হওঁতে মিছাও নহয়। চাওক, আজি-কালি কলী-ফেঁচিইঁতলৈ দৰা যে নাইয়েই, বিয়াৰ বজাবো মলঙি-ভেকুৰি গেলি-পচি তেনেই সৰ্ব্বনাশ হৈছে। সিহঁতৰ কিমানবোৰৰ যে চকুপানীৰ নৈ বৈছে—সেইবোৰ কথা মইহে গম পাওঁ। গতিকে অন্ততঃ এই নতুন পৰিকল্পনাত, সেই বগীবাইহঁতক বাদ দি থৈ, কলীহঁতৰেই ছোৱালী-বজাৰ ভৰাই দিওঁ। তেতিয়া আন নহলেও আমাৰ ধৰ্ম্ম হব, কলীহঁতৰো ভাগ্য ফুলক, শোক-দুখো মোচন হওক আৰু লগতে আমাৰ এই কাৰখানাৰ নাম-গুণো বৈ-বৈ যাওক।

বিধাতা—( আকৌ হাঁহি হাঁহি ) ওঁ, দেখিছোঁ, তোমাৰ আন্তৰিক উদ্দেশ্যও কম নহয়। সঁচা, মইও ক'লা-কলীইঁতৰ গালি-শপনি খাই-খাই বৰ বিৰক্তি বোধ কৰিছোঁ। বাৰু, তোমাৰ যি ইচ্ছা—সেইমতেই কৰা ; কিন্তু ইয়াৰ মূৰৰ ফালে মতা নে মাইকী কৰিছা ?

বিশ্বকৰ্ম্মা—অৱশ্যে মাইকীকে কৰিবৰ ইচ্ছা আছিল ; কিন্তু সংসাৰৰ কাৰ্যত বহুতো অসুবিধা হোৱাৰ ভয়ত, সম্প্ৰতি মতাকে কৰা হৈছে।

বিধাতা—চাবা, মূৰৰ ছোৱা মাইকীৰ নহলে পিচত মস্কিলো হবগৈ পাৰে। কাৰণ মাইকীতকৈ মতাবোৰৰ মগজু অন্য ৰকমৰ। বাৰু, সাজিলাই যেতিয়া ভাঙিব নালাগে ; কিন্তু মূৰৰ ইস্ক্ৰোপ-বিলাক আমাৰ আৱশ্যক মতে, সময়ে সময়ে টান-ঢিলা কৰিব পৰা কিটিপবোৰো ৰাখিবা, নহলে বহুত বিপদ—বহুত মস্কিল ।

বিশ্বকৰ্ম্মা—হয়, জানো, মইও ঠিক তেনে ভাবেই কৰিছোঁ। আপুনি চিন্তাই নকৰিব, আমাৰ আৱশ্যক মতে কেতিয়াবা টান আৰু কেতিয়াবা ঢিলাও কৰিব পাৰিম নহয়—

বিধাতা—ঠিক কৰিছা, এতিয়া সোনকালে কামখিনি কৰি শেষ কৰি পেলোৱা, মইও ছিগাৰেট এটা জ্বলাই খাই লওঁ। তাৰপিছত

—আজি এই নতুন মানুহটোত এটা অঘাইতং জীৱ ভৰাই দি, সিনো মোক কেনে প্ৰতিক্ৰিয়া দেখুৱায় তাকেই পৰীক্ষা কৰি চাম।

( বিশ্বকৰ্ম্মাই পুনৰ হাতুৰি-বটালি লৈ কাম কৰিবলৈ ধৰে ; বিধাতাই ছিগাৰেট এটা জলাই লৈ হুপিহুপি নতুন মানুহটোৰ পিনে চাই চাই হাঁহি থাকে। )

বিধাতা—বিশ্বকৰ্ম্মা ! কিমান বাকী ? হৈছেনে ?

বিশ্বকৰ্ম্মা—প্ৰায় শেষ হওঁ-হওঁ প্ৰভো—

বিধাতা—কামখিনি শেষ কৰি তুমি আঁতৰি থোৱা, মই তাত অঘাইতং জীৱ এটা ভৰাই পৰীক্ষা কৰো।

বিশ্বকৰ্ম্মা—অ' ইয়াক কাপোৰ-কানি পিন্ধাবলৈ বাকী আছে, খন্তেক অপেক্ষা কৰক প্ৰভো,—সেইখিনিও কৰি লওঁ।

( বিশ্বকৰ্ম্মাই, মন্ত্ৰপাঠ কৰাৰ দৰেই নতুন মানুহটোৰ চাৰিওপিনে ঘূৰি ঘূৰি গাবলৈ ধৰে। )

ইৰিং বিৰিং ছিৰিং—

ইয়াৰ ভৰিৰ পৰা ডিঙিলৈকে মাইকী মানুহৰ সাজ-পাৰ হৈ যা।

ইৰিং বিৰিং ছিৰিং—

ইয়াৰ ডিঙিৰ পৰা মূৰলৈকে মতা মানুহৰ চিন-চাবৰ সৈতে ডাড়ি-গোঁফ হৈ যা।*

বিধাতা—হ'লনে ? হ'লনে ?

বিশ্বকৰ্ম্মা—হয়, হ'ল ! এতিয়া আপোনাৰ যি ইচ্ছা কৰক—

( বিশ্বকৰ্ম্মা অলপ আঁতৰি গৈ চাই থাকে আৰু বিধাতাই মোনাৰ পৰা এটা অঘাইতং জীৱ হাতত লৈ ডাঙৰ ডাঙৰকৈ কবলৈ ধৰে—)

---

* অভিনয়েচ্ছু সকলৰ প্ৰতি—এই ভাবে ঠিক্ আগতেই এজন মানুহক সেই সেই সাজ-পাৰ আৰু ডাঢ়ি-গোঁফ লগাই বেঞ্চ এখনত শুৱাই কাপোৰেৰে গোটেই মানুহটো ঢাকি ৰাখিব। তাৰ ওপৰে ওপৰে বিশ্বকৰ্ম্মাই হাতুৰি-বটালিৰে কাম কৰি দেখুৱাব।



বিধাতা—হেৰ, হেৰ, বহুৰূপী ! লেটি-পেটি সান্দহ খোৱা জীৱ ! শুন, শুন, তই কোনোবা পুণ্যৰ ফলত শাসন-ভাৰ পাইছিলি ; কিন্তু, ধনৰ আশাত তেনেই পিশাচ প্ৰবৃত্তি লৈ মানুহৰ তেজ খালি—বহুত খালি। তোৰ অত্যাচাৰত মানুহৰ দুখ-বিলৈ কুলাই-পাচিয়ে নধৰা হৈছে, পানীত হাঁহেও নচৰা হৈছে। মই তোক কেতিয়াও কোনো কালেই ক্ষমা নকৰো ; তোৰ ইমান উৎপাত, ইমান আকল, ইমান অত্যাচাৰ ? মোৰ লেবৰেটৰীত পেলাই তোক কঠোৰ পৰীক্ষা কৰি চাম, আৰু চাম, তই নো মোৰ নতুন পৰিকল্পিত মানুহত কি প্ৰতিক্ৰিয়া দেখুৱাৰ। শুন, শুন, মোৰ আদেশ,—এই তুৰন্তে এই মুহূৰ্ত্ততে ইয়াৰ ভিতৰলৈ সোমাই গৈ, তোৰ কেনে শক্তি প্ৰকাশ কৰ। যা, যা, তুৰন্তে সোমাই যা—সোমাই যা—।

( বিধাতাই অঘাইতং জীৱটো নতুন মানুহৰ ভিতৰলৈ ভৰাই দি বৰ আগ্ৰহেৰে থিয় হৈ চাই থাকে। কিছু সময়ৰ পিচত নতুন মানুহটোৱে গা লৰাই ভীষণ তৰ্জন-গৰ্জন কৰি জাপ মাৰি উঠি, বিধাতা আৰু বিশ্বকৰ্ম্মাৰ সন্মুখত থিয় হয়। নতুন মানুহৰ তৰ্জন গৰ্জনত ভীত হৈ বিধাতা আৰু বিশ্বকৰ্ম্মাই কি কৰোঁ কি নকৰো অৱস্থাত কঁপিবলৈ ধৰে।)

নতুন মানুহ—( হাত ডাঙি চিঞৰি চিঞৰি ) হাঃ হাঃ হাঃ। তহঁতি কোন ? এতিয়া সাৰিবি কলৈ ? মোক ইমানদিন বন্দী কৰি থোৱাৰ প্ৰতিফল দিম—, মৰিবলৈ প্ৰস্তুত হ। ( বিশ্বকৰ্ম্মাক) এই, তই কোন ? ইমান কঁপিছ কেলৈ ? তোৰ নাম কি ? থাক ক'ত ? ক—ক—

বিশ্বকৰ্ম্মা—( কঁপি কঁপি ) মই-মই-মিস্ত্ৰি, ৰাজমিস্ত্ৰি—

নতুন মানুহ—ৰাজমিস্ত্ৰি ? হাঃ হাঃ হাঃ—তই ৰাজমিস্ত্ৰি ? তোৰ হাতুৰি ক'ত ? বটালি কত ? ৰান্দা কত ? ক-ক-বেগেতে ক।

( বিশ্বকৰ্ম্মাই ভয়ত মুখেৰে একো কব নোৱাৰি, তেওঁৰ হাতৰ ইংগিতেৰে সেইবোৰ দেখুৱাই দিয়ে। তেতিয়া নতুন মানুহে এহাতোলি বট আৰু অন্য হাতে হাতুৰি লৈ বিধাতাক চিঁঞৰি চিঁঞৰি সোধে। )

নতুন মানুহ—এই, তই কোন ? ক-ক—
বিধাতা—( ভয়ে ভয়ে ) মই-মই-বিধাতা-বিধাতা—।
নতুন মানুহ—বিধাতা ? ( ববকৈ হাঁহি ) হাঃ হাঃ হাঃ—তই বিধাতা ?
বিধাতা—( কঁপি কঁপি ) মোক-মোক-মাফ কৰা, ক্ষমা কৰা—
নতুন মানুহ—হাঃ হাঃ হাঃ নহব—নহব, মোৰ ওচৰত ক্ষমা-চমা নাই। তোক আজি এৰি দিয়া নাযাব,—মই ইমান দিনে তোকেই বিচাৰি ফুৰিছিলোঁ। দে-দে-মোক ভালে ভালে ভাত দে, কাপোৰ দে, ধৰ দে, ধন দে।

( বিধাতাই নিমাত হৈ বেছিকৈ কঁপে )

এই মোৰ হাতত এইবোৰ কি দেখিছনে নাই ? তই উত্তৰ দিবিনে নিদিয় ক—ক—
বিধাতা—উস্ বিশ্বকৰ্ম্মা !—বিশ্বকৰ্ম্মা ! এতিয়া উপায় ? উপায় ?
বিশ্বকৰ্ম্মা—উপায় ? উপায় নাই। আপোনাৰ নতুন পৰিকল্পনাৰ বাটে পোৰালি দিছে প্ৰভো,—মই নিৰুপায় !
বিধাতা—নহয়, নহয়, মোক ৰক্ষা কৰা—ৰক্ষা কৰা—
বিশ্বকৰ্ম্মা— আ ! কেনেকৈ—কেনেকৈ প্ৰভো—?
বিধাতা—আমাৰ আৰ্যনীতিৰে, পুনঃ মুষিকো ভবঃ।
বিশ্বকৰ্ম্মা—অ' মিছা নহয়, নহলে আজি ৰক্ষা নাই। আজি আমাৰ দেব-কুল ধ্বংস হৈ যায়। বাৰু, সেই উপায়কে কৰা হওক। ( নতুন মানুহক ) হেৰা মোৰ মৰমৰ ভাই-ভনা তুমি ! তোমাক কাকুতি কৰিছোঁ—মোৰ কথা এটা শুনা চোন—শুনা।
নতুন মানুহ—বাৰু, তোৰ কি কবলৈ আছে—সোনকালে কৈ পেলা। মই এতিয়া তহঁতৰ ৰজা,—মনত আছেনে নাই ?
বিশ্বকৰ্ম্মা—( দূৰৰ ফালে আঙুলিয়াই দেখুৱাই ) চোৱাঁচোন, ওচৰতে সৌবোৰ লাখলাখ ধন-সোণ, সৌবোৰ ধান-চাউল, সৌবোৰ কাপোৰ-কানি আৰু সৌবোৰ ঘৰ-দুৱাৰ—। তুমি দেখিছানে—? দেখিছানে ?



নতুন মানুহ—( সেই ফালে চাই চাই ) ওঁ, দেখিছোঁ—দেখিছোঁ। আস্, বহুত আছে, অলেখ আছে, ইমান আছেনে ?
বিশ্বকৰ্ম্মা—তোমাক লাগেনে ? দিমনে, তোমাক সেইবোৰ দিমনে ? লাগেনে ? লাগেনে ?
নতুন মানুহ—( আনন্দত মতলীয়া হৈ ) পাৰিবিনে ? সঁচাই মোক সেই-বোৰ দিব পাৰিবি ?
বিশ্বকৰ্ম্মা—ওঁ, পাৰিম—পাৰিম, সত্যে—সত্যে—।
নতুন মানুহ—মই এতিয়া কি কৰিব লাগে ক-ক ? তই মোক সেই বোৰ নিদিলেই নহব,—ঠিক্ জানিবি—মোক দে-দে।
বিশ্বকৰ্ম্মা—নিশ্চয় দিম। বাৰু, তুমি অলপ বহা, মই তোমাৰ মূৰটো আলফুলকৈ পিটিকি পিটিকি সেইবিলাকৰ কথা কওঁ। তাৰ পিচতো তোমাৰ যিমান ইচ্ছা যায়—সিমানেই লৈ যাব পাৰিবা। বহা, ইয়াতে বহা।

( নতুন মানুহে সেই ভাবে বহি দিয়ে, বিশ্বকৰ্ম্মাই লাহেকৈ এটা ইস্ক্ৰোপ ড্ৰাইভাৰেৰে মূৰৰ ইস্ক্ৰোপ কেইটা খুলি পেলোৱাৰ লগে লগে "আস্-মোক খালি-খালি" বুলি চিঞৰ-বাখৰ কৰি নতুন মানুহৰ মৃত্যু হয়। বিশ্বকৰ্ম্মাই আনন্দত হাততালি দি দি পাৰেমানে হাঁহি হাঁহি বিধাতাৰ ওচৰলৈ আহে।

বিশ্বকৰ্ম্মা—প্ৰভো ! চাওক—চাওক, সকলো খতম্ হৈ গ'ল।
বিধাতা—( হাঁহি হাঁহি ) কেনেকৈ ? কেনেকৈ ?
বিশ্বকৰ্ম্মা—বুদ্ধি যস্য বলং তস্য। ইহঁতক বুদ্ধিৰে নহলে বলেৰে পৰাজয় কৰা টান। মই যি বুদ্ধিৰ দ্বাৰা তাৰ মূৰৰ ইস্ক্ৰোপ বোৰ খুলি পেলালো, তাতেই তাৰ সকলো খতম হৈ গ'ল।
বিধাতা—সঁচা, সঁচা, বুদ্ধি যাৰ বল তাৰ। আজি তুমিহে মোৰ মান-সম্মান ৰক্ষা কৰিলা। উস্ এই নতুন পৰিকল্পনাৰ প্ৰাৰম্ভ-ণিতে যি ভয় খালো—মই তাক কোনো কালেই নাপাহৰো। সঁচা, নতুন মানুহ সজা কম কথা নহয় ; আৰু যি যেনে তাক

তেনে ভাবে ৰখাই আমাৰ কৰ্ত্তব্য। আজি মই এটা ডাঙৰ জীৱন-মৰণৰ সমস্যাৰ পৰা ৰক্ষা পৰিলো বিশ্বকৰ্ম্মা!

বিশ্বকৰ্ম্মা—মই সেই নিমিত্তেই কওঁ, হাতৰ কুঠাৰেৰে ভৰিত মাৰি মৰা পৰিকল্পনা উলিয়াই অশান্তি বঢ়াই নলব। আপুনি মানুহক সিহঁতৰ নিজ নিজ কৰ্ম ফলৰ দ্বাৰাই আপোন ভাগ্য গঢ়িবলৈ ক্ষমতা দিছে যেতিয়া, সিহঁতৰ প্ৰতি সেয়ে যথেষ্ট হৈছে। আপুনি তাতোকৈ কিবা অলপ অধিক কৰিবলৈ গলেই, আমাৰ এই দেব-কুল নাথাকিব আৰু এনে মাৰাত্মক বিপদ-আপদে আমাক জ্বলা-কলা কৰি অশান্তিতহে পেলাব। এতিয়াৰ পৰা প্ৰভুৱে মোৰ এই মন্তব্যৰ প্ৰতি কেতিয়াও পাহৰি নাযায় যেন।

বিধাতা—সঁচা-সঁচা, তুমি ঠিকেই মন্তব্য কৰিছা বিশ্বকৰ্ম্মা! বাস্তৱিকে তুমি আজি মোক ৰাজ-নীতিৰ এটা অতি অত্যাৱশ্যকীয় মহৎ নিৰ্দ্দশন ডাঙি দেখুৱালা। তোমাৰ সজ আদৰ্শ নশলাগি নোৱাৰো। সঁচা, যি যেনেকুৱা তাক সেই ভাৱেই ৰখাহে আমাৰ কৰ্ত্তব্য আৰু লক্ষ্যও হব লাগে। তোমাক মোৰ শত ধন্যবাদ জনাইছোঁ; উস, মই কিহেৰে তোমাৰ এই ঋণ পৰিশোধ কৰিম? আঁহা, এতিয়া মোৰ বঙলাত একাপ চাহ খাই যোৱাহি, এতিয়াহে মোৰ মুখলৈ পানী আহিছে বিশ্বকৰ্ম্মা! *

(দুয়ো ওুচি যায়।)

* 'আৱাহন'ত প্ৰকাশিত।

(৩)

## হত্যাকাৰী

### দৃশ্য—উকীলৰ ড্ৰইংৰুম

(অতি জাকজমক্ কোঠাৰ কাৰ্পেটৰ ওপৰত চকী, মেজ, আলমাৰি আৰু বেৰত ঘড়ী আৰু নানা ফটো ছবি। একাষে মেজৰ ওপৰত টেলিফোন আৰু এটা ৰেডিঅ'। সময় দুপৰীয়া, উকীলৰ ঘৰ বণুৱা কাতিয়াই কোঠাটোৰ সা-সৰঞ্জামবোৰ ঠিক-ঠাক-চিজিল্ কৰি থৈ ঠাইখনলৈ লক্ষ্য কৰি অলপ খং মনে থিয় হৈ থাকে।)

কাতিয়া—দেখিছনে বাৰু, তাই এই ঠাইখনো সাৰি-পুচি চাফ-চিকোনকৈ থব নাপায়নে? উকীল দেউতা কাছাৰিলৈ গ'ল, তাইও গৈ ভিতৰত থম্থম্ কৰে বহি আছেগৈ। দেউতাই তাইক মাহে এমুঠিকৈ ধন দি কাম-বন কৰিবলৈ আনিছে—এতিয়া নগৰ পাই তেনেই বাবুৱনীজনী হবলৈ আহিছে চা। থুইকটা, গাৱঁত মাগি-খুজিও এমুঠি খাবলৈ নাপাইছিলে—এতিয়া আমাৰ বৰলা উকীলৰ ঘৰত পুৱা-গধুলি মাছে মঙহে পেট ভৰাই খাবলৈ পাই ৰাণী-পটেশ্বৰীজনী হৈছে! (ভিতৰৰ পৰা শোটা এটা আনি, ঠাইখন সাৰি থকা অৱস্থাত মাটিত পৰি থকা এটা সোণৰ আঙঠি বোটলি লয়) ঔ আই! অইটো ইমান ধুনীয়া সোণৰ আঙঠি; ই আকৌ ইয়াত পৰিবলৈ পালে কেনেকৈ? (ভিতৰলৈ চাই চিঞৰি চিঞৰি) সোণপাহি! হেৰ সোণপাহি! এই পিনে বেগতে আহচোন—এইটো কি চাহি, যাব এতিয়া—

(সোণপাহি ওলাই আহে)

সোণপাহ—কিনো হ'ল অ'। ইমানকৈ চিঞৰিছ কেলৈ।

কাতিয়া—হেৰ, তোৰ বাৰু কিবা এটা হেৰাইছেনে?

সোণপাহ—ওঁহোঁ, মোৰ একো হেৰুৱা নাই—

কাতিয়া—হাতৰ পিনে ভালকৈ চাচোন—

সোণপাহি—অ' এতিয়া বুজিছোঁ—সেই সোণৰ আঙঠিটো। ৰাতিপুৱা মইয়েই তাত দলিয়াই পেলাইছিলো—

কাতিয়া—হোঁ, কি কৱ? তই সোণৰ আঙঠিও দলিয়াব পৰা হলিনে। পিছে, তাৰ কাৰণ কি?

সোণপাহি—ওঁহো, সেইবোৰ ন্নস্থধিবি পাই,—মোৰ কান্দিম কান্দিম লাগে—( চকু দুটা টুলটুলীয়া হবলৈ ধৰে )

কাতিয়া—হেৰ, তই দেখোন কন্দনামুৱা হলি? মোৰে শপত, কথাটো কি—খুলি কচোন।

সোণপাহি—শুন, আজি ৰাতিপুৱাই উকীল দেউতাই সোণৰ আঙঠি দি মোক ফুচুলাইছিলে; মই হেনো অইন এটালৈ চুপে-চাপে লগধৰি যাব লাগে—

কাতিয়া—হেৰ, গাভৰু হলেই এনেয়েও এটালৈ যাব; তাকে আকৌ তোক ফুচুলাবলগীয়া কথানে? তই বাৰু আচল কথাবোৰ খুলি কচোন—

সোণপাহি—হওঁতে তোক কব পাৰো; কিন্তু ডাঙৰ কথা—অতি ভিতৰুৱা। বাৰু, তই কাকো নকওঁ বুলি আগতে শপত খা—

কাতিয়া—সত্যে সত্যে কাকো নকওঁ, কৈ পেলা—

সোণপাহি—শুন, আমাৰ উকীল দেউতাই মোৰ তেজখালে—বুজিছ? ( তাই কান্দিবলৈ ধৰে )

কাতিয়া—ছিঃ ছিঃ নাকান্দিবিচোন,—তোৰ সেই ডাঙৰ কথাটোনো কি ভালকৈ খুলি নকৱ কেলৈ?

সোণপাহি—এতিয়া মোৰ গাত তিনি মহীয়া লেঠা, মই আওমৰণেৰে মৰিলো, মই এতিয়া কৰো কি কাই?

কাতিয়া—( উচাপ খাই ) কি, তোৰ গাত তিনিমহীয়া লেঠা?

সোণপাহি—ওঁ, সেয়েহে মই আগৰ নিচিনাকৈ কাম-বন কৰিব নোৱাৰো, গাত বল-শক্তিও নাই, খাব-লবলৈও এৰি দিলো—



কাতিয়া—উস্ ৰাম-ৰাম! তই যে কি কথাটো শুনালি? তোৰ কথাবোৰ তেনেই সপোন সপোন যেন লাগিছে পাই; সঁচাই তই মিছা মতা নাই তো?

সোণপাহি—পিতাইৰ তেজ খাবলৈকে,—সকলো সঁচা কাই! চা, আই নাইকিয়া মাউৰী, মোৰ পিতাইও ছালছিগা আও ভিকহু। পিতাইয়ে ভাবিছিলে—মই উকীলৰ ঘৰত কাম-বন কৰি যি ধন পাম,—তাৰে দুবেলা দুমুঠি খাব; কিন্তু উকীল দেউতাই পাই মোৰ সৰ্ব্বনাশ কৰিলে! ক, কাতিয়া কাই! মই এতিয়া কৰো কি? যাওঁ কলৈ? ( আকৌ কান্দে )

কাতিয়া—এতিয়া মোৰ কৰিবলৈ আছে কি? যি তোক অঠাই সাগৰত পেলাইছে, সেইজনেই তোক উদ্ধাৰো কৰিব লাগব। পিছে, উকীল দেউতাই কয় কি?

সোণপাহি—তেওঁ মোক কোনোবা এটাক দিবলৈ তলেতলে বন্দবস্তও কৰিছে। আজি পুৱাই এই আঙঠিটো দি সেইবোৰকে কৈছিলে; মই অমান্তি হৈ খঙতে আঙঠিটো দলিয়াই তাত পেলাই দিলো।

কাতিয়া—ঠিক্ কৰিলি। উস্ এনে কথা ক'তো শুনাও নাই, দেখাও নাই পাই। দেশ লুটিখালে,—একেবাৰেই ঘোৰ কলি কাল। ছিঃ ছিঃ তেওঁৰ এনেহে পৰকতিনে? দেখাত বাহিৰত তেনেই মহা ভকত, ভিতৰি ভিতৰি পূৰা কলচোৰ! হেৰ, তই তেওঁৰ জীয়েকৰ লগৰ জীয়েক,—তোৰ গাতো হাত দিব পায়নে? দেহি ঐ ভালেহে আগৰজনীয়ে ল'ৰা-মাক হবলৈ নৌপাওঁতেই বিহ খাই মৰিল!

সোণপাহি—তেওঁ আগতেও বিয়া কৰাইছিলেনেকি?

কাতিয়া—অ' তই সেই সোপা গমেই নাপাৱ হবপায়? তেওঁৰ সেইখন প্ৰকাণ্ড মহাভাৰত, কিমান শুনিবি?

সোণপাহি—অলপ কচোন ক—কাতিয়া কাই!

কাতিয়া—শুন, উকীলে বিয়াৰ পিছতো লোকৰ ঘৰৰ চুৰা-পাত চেলেকিবলৈ নেৰাত—সেই বেজাৰতে তেওঁৰ গাভৰু-ঘৈণীয়েকে বিহখালে। উস্ এনে যে দুখ লাগে, সেই গৰাকী আইলৈ মনত পৰিলে—দেহি ঐ!

সোণপাহি—তাৰ পিচত? তাৰ পিচত?

কাতিয়া—তাৰপিচত তেওঁক বিয়া পাতিবলৈ কতই কিমান কলে মইও কিমান কলো;—তথাপিও মান্তি নহ'ল। তেতিয়াৰ পৰাই তেনেই সেই কমলাবৰীয়া উদাসিন্ ভকত যেন হৈ বিয়াৰ নামকে কবলৈ নিদিয়ে—

সোণপাহি—তেওঁ লুকাই লুকাই ইমান মহাপাপ কৰাতকৈ এজনী আনি লোৱাই ভাল আছিল—

কাতিয়া—কেলৈ নহয়? তেওঁ যিবোৰ লীলা-খেলা কৰি আহিছে, সেইবোৰ মইহে জানো। মই দেখিও নেদেখা ভাও ধৰো; কাৰণ আমি চাকৰ মানুহ, সেইবোৰনো চাই লাভ কি?

সোণপাহি—চা, মোৰ গাত হাত নিদিবলৈ কিমান কলো, কিমান কান্দি-কাতি ভৰি-হাতে ধৰিলো আৰু ৰাতি কেইদিন নৈত পৰি মৰিবলৈ গৈছিলো; তথাপিও মোৰ কথা নুশুনিলে,—মোৰ ওপৰত বল কৰিলে, মোৰ তেজ খালে! মই এতিয়া এই মহা কলঙ্কৰ বোজা লৈ যাওঁ কলৈ?

কাতিয়া—সঁচা, তই এতিয়া যাবি কলৈ? তোক ঠাই দিব কোনে?

সোণপাহি—কাই! মই এতিয়া কৰো কি?

কাতিয়া—তোৰ কৰিবলৈ আছে কি? যাৰ বস্তু তাক দি ৰক্ষা পৰ। তেওঁ জানি-শুনিও যিভাৱে লেঠালগালে, সেই ভাৱেই এই লেঠা মাৰিবও লাগিব।

সোণপাহি—কাতিয়া কাই! মোক সহায় কৰ, নহলে মই সত্যে সত্যে পানীত পৰি মৰিমগৈ—

কাতিয়া—তই উকীলকো এইদৰে কৈছনে নাই কোৱা?



সোণপাহি—ওঁ, কৈছোঁ।

কাতিয়া—পিছে, কি কয়?

সোণপাহি—তেওঁ এই ভাৰ লবলৈ মান্তি নহয়। পাৰিলে মোক ঘৰৰ পৰাও খেদি দিবলৈহে চাইছে। মই তেওঁৰ ভৰিত পৰি কান্দিলে-কাতিলেও বন্দুক টোৱাই মোকহে মাৰিব খোজে—।

কাতিয়া—তোক বিপদত পেলাই তেনেকৈ গা এৰা দিলেই হবনেকি? তেওঁলোক লিখা-পঢ়া, জনা-বুজা, বৰমানুহ হল বুলিয়েই আমাক অন্যায় কৰি মাৰিব লাগেনে? চাবি, সিহঁতক ধৰ্ম্মই ঘটাব,—সিহঁতৰ ভেঁটিত তিতা লাও গঁজিব। ওঁ, এতিয়াহে গম পালো, ভালেহে সেইদিনাখন মোক তহঁতৰ ঘৰলৈ পঠাইছিলে—

সোণপাহি—কি? আমাৰ ঘৰলৈ? কেলে কাই?

কাতিয়া—তোৰ পিতাইক মাতিবলৈ—

সোণপাহি—মোৰ পিতাইক? পিতাইক কেলৈ?

কাতিয়া—বোধকৰো তোক পঠাই দিবলৈ—

সোণপাহি—মোক পঠাই দিবলৈ? পিছে, মোৰ পিতাই আহিবনে নাহে কাই?

কাতিয়া—আজি বা কাইলৈ ওলাবহি; মই টানিকৈ আনিছো নহয়—

সোণপাহি—ঐ মোৰ গোসাই! মই কৰো কি? পিতাইক কম কি বুলি?

কাতিয়া—মোৰ কথা শুন, উকীল দেউতাই পঠিয়াব খুজিলেই তই গুচি নাযাবি, টকা-পইচা দিলেও নলবি। তেওঁ যদিহে তোক এই ঘৰৰ সীমাৰ পৰা বাহিৰলৈ পঠিয়াব পাৰে, তেতিয়া তোৰ সকলো কথা পানীৰ ওঁটেঙা হৈ পৰিব। চা, তেওঁ উকীল মানুহ,—সেই উকীলৰ বুদ্ধিৰে তোক লাঙে-পাতে ঠগিবলৈ চাব,—তই গা চাই কাম কৰিবি।

সোণপাহি—সঁচা মই ইয়াৰ পৰা কলৈকো নাযাওঁ, লাগিলে ইয়াতেই মৰিম।

কাতিয়া—তই তেওঁক মুখ খুলি কৈ দিবি, বন্দুকহে নালাগে, মোক ডিঙি টেপি টেপি মাৰিলেও মই কলৈকো নাযাওঁ। লগতে কৈ দিবি,—যাবলগীয়া হলেও আপোনাৰ বস্তু আপোনাক গটাই দিহে ওলাই যাম। এই দৰেই কব পাৰিবিতো ?

সোণপাহি—ঠিক, সেই ভাবেই কম।

কাতিয়া—তই ভয় নকৰিবি, মুখে মুখে উত্তৰ দিবি। আমি আছো ; তোৰ বাবে আমি সাক্ষী হম। তেওঁৰ এতিয়া আধা বয়স গ'ল, চুলি পকিল, দাঁতো সৰিছে,—এই বুঢ়া বয়সত তোৰ গাত হাত দিবলৈ লাজো নালাগিলেনে ? ইফালে আকৌ কাছাৰীৰ উকীল দেউতা, লোকৰ মোকৰ্দ্দমা লোৱা মানুহ ; এতিয়া পিছে তেওঁৰ মোকৰ্দ্দমাখন লয় কোনে ?

সোণপাহি—( চকুপানী টোকি ) কাতিয়া কাই ! তইঁতে মোক এই বিপদত উদ্ধাৰ কৰিবলৈ নাপাহৰিবি। চা, মোৰ আজি আছে কোন ?

কাতিয়া—হেৰ, মই তোৰ বাপেৰৰ লগৰ বাপেৰ ; মইনো তোক অথানি হবলৈ এৰি দিব পাৰোনে ? চাও চোন, ক'ৰ পানী কলৈ যায়। হেঁা, এতিয়া এই আঙঠিটো ভালকৈ থৈ দেগৈ, উকীল দেউতা আহিলে চাহ-জলপান দি, ইয়াৰ কথাকে উলিয়াই সকলো কবি ( আঙঠি দিয়ে )।

সোণপাহি—বাৰু, নিশ্চয় কম।

কাতিয়া—এতিয়া যা,—তেওঁলৈ চাহ-জলপান কৰগৈ ; মইও কোঠাটো সাৰি-পুচি থওঁ।

( সোণপাহি গুচি যায়। কাতিয়াই সৰা কাম কৰি থকা অৱস্থাত উকীল ভিতৰ সোমাই আহে। )

উকীল—কোনোবা আহিছিলেনেকি অ' কাতিয়া ?

কাতিয়া—ক'তা, কেও অহা নাই দেউতা—

উকীল—কিয়, আজি সোণপাহিৰ বাপেক অহাৰ কথা নাছিলে জানো ?



কাতিয়া—হওঁতে অহাৰ কথা কৈছিলে, পিছে আহে বা নাহে এতিয়া—

[ উকীল ভিতৰলৈ সোমাই গৈ, ভিতৰত কোটছোলা আৰু কাগজ-পত্ৰবোৰ থৈ পুনৰ ওলাই আহি কোঠাত বহি কিবা-কিবি ভাবি থাকে। ]

উকীল—হেৰ, চাহ-তাহ কৰিছনে নাই কৰা ?

কাতিয়া—সোণপাহিয়ে কৰিছে হবপায়। ( ভিতৰলৈ চাই ) হেৰ সোণপাহি ! দেউতা আহিলে নহয়, এতিয়াও চাহ-জলপান অনা নাই কেলৈ ? আন, বেগেতে লৈ আহ—

( সোণপাহিয়ে একাপ গৰম চাহ আনি উকীলৰ আগত থৈ ওচৰতে থিয় হৈ থাকে। )

উকীল—হেৰ কাতিয়া !

কাতিয়া—দেউতা !

উকীল—হেঁা, এইয়া পইচা নে,—এপেকেট্ ছিগাৰেট আনগৈ, যা।

কাতিয়া—( পইচা লৈ ) কি ছিগাৰেট্ দেউতা ?

উকীল—যা, যি পাৱ তাকেই লৈ আহিবি—

কাতিয়া—তেনেহলে, কপ্‌টান পালে কপ্‌টান আনিম, এমবেছি পালে এমবেছিকে লৈ আহিম—

উকীল—অ' শুন, লগতে ঘোষ ডাক্তৰৰ তালৈও যাবি, তেওঁ আছেনে নাই—চাই আহিবি,—বুজিছ ?

কাতিয়া—ভাল, চাই আহিম দেউতা—( কাতিয়া গুচি যায় )

সোণপাহি—এতিয়াও চাহখিনি খোৱা নাই কেলৈ ? সেইবোৰ চাহ হৈ আছেনে ?

উকীল—( মেজৰ পৰা চাহ কাপ লৈ খাই খাই ) পিছে, তোৰ ৰাতি-পুৱাৰ জমকুটো আছেনে গ'ল অ' ?

সোণপাহি—( মুখ ওফন্দাই ) মোক চুপতি কৰি নলব। ৰাতিপুৱা সোণৰ আঙঠিটো দিছিলো নহয়, নললে কেলৈ ? তাতে পেলাই থৈ গল কেলৈ ?

উকীল—হেৰ, তই অলপো নুবুজ কিয়? চা, মই যি কৰিবলৈ লৈছোঁ—কেবল তোৰ ভালৰ বাবেই। তই দুখীয়া মানুহৰ ছোৱালী, তোৰ বাপেৰৰো অৱস্থা নাই, তোকো দিবলৈ সাধ্য নাই। তইনো বাৰু সেই ফেদেলাক কি বেয়া দেখিছ হোঁ? চা, তাৰ অৱস্থাও আছে, মাক-বাপেকো আছে, ইফালে এটা চৰকাৰি চকিদাৰৰ কামো আছে। চা চোন তাৰ লগত তোৰ কিমান সুখ হব। মোৰ কথা শুন, তই এতিয়া ইবোৰ-সিবোৰ বাৰেবাংকৰা কথা এৰি পেলা।

সোণপাহি—( চকুপানী মচি খং মনে ) মোক তেনে কথা কেতিয়াও নকব। আপুনি এতিয়া মোক এনেকৈ এৰিলেই হবনেকি? এই গা লৈ মই যাম কলৈ? মই কেতিয়াও নাযাওঁ। আপোনাৰ লগত মৰিব লগীয়া হলেও মৰিম, তথাপিও আপোনাক এৰি থৈ কলৈকো নাযাওঁ।

উকীল—হেৰ, তই যে নিতৌ নিতৌ সেই একেটা নগা-পেঁচকে ধৰি আছে, পিচে প্ৰমাণ কৰিব পাৰিবি জানো? মই যদি কওঁ,—মই একো নাজানো, কেনেকৈ কি হ'ল, তেতিয়া কৰিবি কি? তোৰ তেতিয়া গতি হব কি? তই জানো সেই খবৰো ৰাখিছ?

সোণপাহি—বেছ, পাৰে যদি তাকে কৰক। আপুনি এজন ইমান ডাঙৰ মানুহ হৈ, কেও কিছু নাইকিয়া এজনী দুখীয়া মানুহৰ ছোৱালীক এনেকৈ নষ্ট কৰি—এতিয়া তেনে নিদাৰুণ কথা কবলৈ বেয়াও নালাগেনে? মই আগতেই কোৱা নাছিলোনে আপুনি মোৰ সৰ্ব্বনাশ নকৰিব: তেতিয়া তেনেই নুবুজা মানুহৰ দৰে ইমান বল কৰিছিলে কেলৈ?

উকীল—তই তেনেহলে সঁচাই মোৰ কথা নুশুননে?

সোণপাহি—শুনিবলৈ আছে কিটো? আপুনি যাবলৈ কলেই যামনে? এই গা লৈ ক'ত মৰোগৈ? মই নাযাওঁ।

উকীল—তোৰ উদ্ধাৰৰ উপায় কৰিছো নহয়—



সোণপাহি—আপুনি কি উপায় কৰিব খুজিছে,—মই তাকো নজনা নহওঁ। মই এই গৰ্ভ নষ্ট কৰিম কেলৈ। কোনে জানে—মোৰ গৰ্ভত কোন আহি থিত লৈছেহি; হয়তো ইয়েই হব মোৰ আন্ধাৰ বাটৰ পোহৰ, হয়তো ইয়াৰ পৰাই আপোনাৰো বংশ বাঢ়িব আৰু হয়তো ইয়াৰ পৰাই আমি দুয়ো সুখীও হব পাৰিম।

[ সোণপাহিৰ কথাৰ লগে লগে উকীল বৰ উত্তেজিত হৈ খণ্ডত তাইক গোৰ মাৰি দিয়ে, তাই মাটিত পৰি যায়। তাৰ লগে লগে খঙেৰে কবলৈ ধৰে—]

উকীল—( অতি খং মনে ) খবৰদাৰ, কোনো কথা নকবি। তই মোৰ ভৰিৰ ধূলিৰ মানুহ হৈ এনে আশা কৰনে? তোৰ ইমান সাহ! কুকুৰ হৈ মোৰ গললৈকে জঁপিয়াবলৈ আহনে? মোক হেন মানুহক কুকুৰ বুলি এজনীয়ে বুজাবলৈ আহ একা? হেৰ বেশ্যা! তই মান্তি হব লাগিব, তই ইয়াৰ পৰা যাব লাগিব; নহলে তোক গুলি কৰি মাৰিম - ঠিক বুজিবি—।

সোণপাহি—( কান্দি কান্দি ) উস্ আপোনাৰ এতিয়া এই কথা দেউতা মই বেশ্যা—মই পাপিনী—উস্! মাৰক, মোক গোৰিয়াই গোৰিয়াই মোৰ বুকুখন ভাঙি পেলাওক দেউতা,—ভাঙি পেলাওক। উস্ পিতাই ঐ! তই মোৰ কৰিলি কি?

[ বেজাৰত প্ৰায় উন্মাদিনী হৈ তাই কান্দি কান্দি ভিতৰলৈ গুচি যায়। উকীল বৰ চিন্তান্বিত হৈ কোঠাত ঘূৰি ফুৰে, এনেতে কাতিয়া আহি ছিগাৰেটৰ পেকেট্ এটা দিয়ে, উকীলে জলাই লৈ হুপিবলৈ ধৰে। ]

উকীল—ডাক্তৰ আছেনে নাই?

কাতিয়া—আছে দেউতা! লগত আন মানুহো আছে—

উকীল—এতিয়া তই যা, কাম কৰগৈ—

( কাতিয়া ভিতৰলৈ সোমাই গৈ খন্তেকৰ পিছতে আকৌ ওলাই আহে )

কাতিয়া—দেউতা! কি আচৰিত কথা! সোণপাহিয়ে দেউতাৰ

বিছনাত শুই শুই কান্দি কান্দি আছে। আস্‌, তাইৰ ইমান সাহ,—দেউতাৰ বিছনাত শুইছে—

উকীল—মোৰ বিছনাত ? এৰা ঐ, গাঁৱলীয়া ভূতবোৰে কি সৰু-বৰৰ ভূ পায়। তাই গাঁৱৰ ছোৱালী, গাঁৱৰ কথাহে জানে। ঠিক আছে, আজি তাইৰ বাপেক আহিব নহয়, তাইক বাপেকৰ লগতে ঘৰলৈ পঠাই দিম—।

কাতিয়া—পিছে, তাই যাব জানো দেউতা ?

উকীল—যায়-নেযায় তাইৰ মনৰ কথা জানিলি কেনেকৈ ? তোক কিবা কৈছিলে নেকি ?

কাতিয়া—দেউতা! নকলেও তাইৰ কথাৰ পৰাই ধৰিব পাৰিছো নহয়। ঘৰলৈ গৈ খায়গৈ কিটো ? ঘৰত অইন নালাগে গেলা-পঁচা পইতা এমুঠিও নাই; ইয়াত মাছ মাংসৰে পেট ভৰাই খাবলৈ পাইছে, দেউতাৰ টকা-পইচাও পাইছে, ঘৰখনত তেনেই ৰাণী-পটেশ্বৰী হৈ পৰিছে—।

উকীল—এৰা, সেয়েহে ইমান পালেগৈ—

কাতিয়া—চাওকচোন, তাই ঘৰৰ পৰা আহোঁতে এজোৰ বাৰে টাপালি মৰা ফটা-ছিৰা কাপোৰ-কানি আনিছিল, এতিয়া এই কেইমাহতে কিমান দামীয়া কাপোৰ-কানি পিন্ধিবলৈ পাইছে, হিমানী-পাউডাৰো লবলৈ শিকিলে, বৰণো বদলি হৈ গ'ল। এই নগৰীয়া সুখ-ভোগ এৰি গাঁৱৰ নৰকত সোমাই মৰিবলৈ যাবনে ?

উকীল—দুখীয়া মানুহৰ ছোৱালী বুলি মৰম কৰোতে কৰোতে—তাই গৈ বহুত ওপৰ উঠিছে—

কাতিয়া—দেউতাক আগতেই কৈছিলো নহয়,—বোলো পৰৰ জীয়াৰী ছোৱালী থাকিবলৈ দিয়া আৰু গাখীৰ খুৱাই ফেটী সাপ পোহা একে কথা। ইহঁতে ছাঁতে বাগি দি পাকতে লুকায়



আৰু নাকটো মোহাৰিয়েই বুদ্ধিটো উলিয়ায়। ইহঁতক কেতিয়াও বিশ্বাস কৰিব নাপায়—।

উকীল—তই ঠিকেই কৈছিলি কাতিয়া! লোকক মৰম কৰিবলৈ যাওঁতে মোৰ অতবোৰ টকা পইচাও সাং হৈছে। ভাবিছিলো, এই বৰলা জীৱনটো সুখে শান্তিৰে কটাব পাৰিম, মোৰ অভাব কি ? কিন্তু এতিয়া দেখিছো—প্ৰকৃততে মই বৰ দুৰ্ভগীয়া ? দুখতেই মোৰ জীৱন যাব—

কাতিয়া—সেই কাৰণেহে দেউতাক পুনৰ বিয়াখন পাতিবলৈ দঢ়াই কৈছিলো। আপুনি এই বৰলা-ভাত খাবৰনো দৰ্কাৰ কি ? আপোনোৰ নাই কি ? দেউতাই এতিয়াও কিবা এটা কৰক, মই জীয়াই থকাত নতুন আইচুদেউতাই অকনিও দুখ নাপায় নহয়—

উকীল—সেইবোৰ চিন্তা কেতিয়াবাই বাদ দিলো; এতিয়া দুবেলা দুমুঠি খাই ঈশ্বৰৰ আৰাধনাত থাকিবলৈকে মোৰ ইচ্ছা—। এই বয়সত সেইবোৰ জঞ্জাল বঢ়াই নলওঁ পাই—।

কাতিয়া—তেন্তে দেউতাৰ ইমানবোৰ ধন-সম্পত্তি খায় কোনে ?

উকীল—তহঁতকে বিলাই দি খাবলৈ দিম; তহঁতি যদি—মই যি কওঁ তাকে কৰ,—আৰু মোক চিনিও পাৰ, মইও তহঁতক কেতিয়াও নাপাহৰো নহয়—!

কাতিয়া—আমিনো দেউতাক কম কিটো? পিচে কেতিয়াবা নোৱাৰে বুলিহে বাৰে বাৰে বিয়াৰ কথা কওঁ।

(কাতিয়া গুচি যায়)

উকীল—(মনতে) আজি কাতিয়াই হঠাতে বিয়াৰ কথা উলিয়াবলৈ চেলু পালে ক'ত ? তাৰ কথাৰ ধৰণৰ পৰা বুজা যায়, সি সোণপাহিৰ পৰা ঘটনাৰ কিবা ভূ পাইছে নিশ্চয়। (অলপ বৈ) ওঁ সিহঁতৰ বিশ্বাস কি? মই এই ভাৱে পলম কৰি মস্ত ভুল

কৰিছোঁ। সোনকালে কাম শেষ কৰিব নোৱাৰিলে, মোৰ মান সন্মান একো নাথাকিব এতিয়া—

( উকীল বৰ অধৈৰ্য্য হৈ টেলিফোনটো লয় আৰু ঘোষ ডাক্তৰৰ লগত কথা হবলৈ ধৰে )

উকীল—হেল' ডাক্তৰ বাবু! নমস্কাৰ, মই বৰুৱা উকীল। Kindly এবাৰ আহি যাওক। ৰাতিপুৱা যে কৈছিলো—that matter —হয়—এতিয়াই। টকাৰ বাবে চিন্তা নকৰিব, one thousand. ওঁ, হয়, ইয়াত এতিয়া কেও নাই—I am alone. নহয়—নহয়— আজিৰ ভিতৰতে শেষ কৰিব লাগে, ঔষধটো লৈ আহিব।··· শুনক ডাক্তৰ বাবু! সেইবাবে মই যথেষ্ট চেষ্টাও কৰিছিলো, লৰা এটাও পাইছিলো, কিন্তু তাই কোন পথ্যে মান্তি নহয়। ···হ, তেতিয়া মইতো কোনো বিষয়ে ভয় কৰিবলগীয়া নহলোহেঁতেন।···এতিয়া উপায় নাই। আপুনি মোৰ অন্তৰঙ্গ বন্ধু, —এই বিপদত মোক ৰক্ষা নকৰিলেই নহব।···হয়, হয়, গৰ্ভপাতৰ বাহিৰে মোৰ ৰক্ষাৰ উপায় নাই।···নহয়, পলম নকৰিব। নহয়—নহয়—সেই বিষয়ে ভয় নকৰিব,···আনে গম পাব কেনেকৈ? মই জানো আপোনাৰ বিপদৰ কথা নাজানো—? কোনো ভয় নকৰিব, আহক। Yes, just now—ধন্যবাদ।

( উকীলে ফোন্‌টো থৈ ঘূৰি ফুৰে; এনেতে সোণপাহিৰ বাপেক পাঠক আহি উকীলক প্ৰণাম জনায়। তেওঁক হাতত একাশী কল আৰু এচুঙ গাখীৰ অনা দেখা যায়। )

পাঠক—মোৰ অহা পলম হ'ল,—মাফ কৰিব দেউতা! সোণপাহিক আহিবলৈ কওকচোন,—এই কলআশী আৰু গাখীৰ চুঙা লৈ যাওক; লগতে মোকো এটোপা চাহপানী দিয়কহি—।

উকীল—অ' আহিলা পাঠক? তোমাৰ সেইবোৰ তাতে থোৱা,— তাই পিচতো আহি লৈ যাবহি—বাৰু—

পাঠক—তাই নাইনেকি দেউতা?



উকীল—নহব কিয়? তাইৰ গা ভাল নাই, শুই আছে। ৰ'বা, মই চাই আহো—উঠিব পাৰেনে নোৱাৰে। ( উকীল ভিতৰলৈ সোমাই গৈ পুনৰ আহে ) ওঁ হোঁ, তাই টোপনিত তেনেই লালকাল হৈ আছে, এতিয়া নজগাওঁ,—শুই থাওক—।

পাঠক—তাইৰনো কেনেকুৱা অসুখ দেউতা? তাইক আকৌ মই নিবলৈহে আহিছোঁ—কেই দিনমান ঘৰত ৰাখি আকৌ পঠাই দিবলৈ—

উকীল—একো নহয়হে,—পানী লাগিছে, সামান্য জ্বৰ।

পাঠক—মইও চাব পাৰোনে দেউতা?

উকীল—চাবলৈ আছে কি? সামান্য পানী লগা অসুখ, তাতে কম বয়সীয়া ছোৱালী, একো নাজানেও, শুই আছে—কেৱল শুই আছে—

পাঠক—তথাপি মোৰ চাবলৈ বৰ মন গৈছে দেউতা—

উকীল—উস্ কি আপদ! বাৰু, জগাই চাওঁগৈ—ৰ'বা, তাই উঠেনে—নুঠে—।

( উকীল ভিতৰলৈ গৈ পাঠকে শুনাকৈ কয় )

উকীল—হেৰ সোণপাহি! বাপেকে তোক নিবলৈ আহিছে, ঘৰৰ পৰা আহগৈ যা। লাগিলে মই ৰিক্সা এখনো মতাই আনো। হেৰ, উঠচোন—উঠ—।

( উকীলৰ কথাৰ লগে লগে আউলী-বাউলী হৈ সোণপাহি ওলাই আহি, বাপেকলৈ চাই থং ভাবে কয়। )

সোণপাহি—( খংমনে ) তই মোক নিবলৈ আহিছনেকি?

পাঠক—এৰাঐ, নিবলৈ আহিছো; ঘৰলৈ নাযাবনেকি?

সোণপাহি—ক'ৰ ঘৰলৈ? মোৰ ঘৰ আছে ক'ত?

পাঠক—হেৰ, আজি তই দেখোন কথাবোৰ কেনেবা কেনেবা সুৰত কৈছ? হেৰ, তোৰনো ঘৰ নহব কেলৈ? ভগা হক, ছিগা হক তথাপি তোৰ ঘৰ এখন আছে চা। তই ইমান দিন মোৰ পৰা

আঁতাৰ আছ, মোৰ জানো মনত নপৰে? মোৰ জানো বেয়া নালাগেহেঁ? ব'ল, তোৰ ঘৰলৈ বল, লাগিলে মই আহি থৈ যামহি—আকৌ আহিবি।

সোণপাহি—মই এইখন ঘৰৰ বাহিৰ হৈ কলৈকো নাযাওঁ। তই গুচি যা, নাহিবি—( কান্দে )

পাঠক—হেৰ, তই কান্দিছ কেলৈ? তই তেনে মোলৈ পাহৰিলি? মইনো কাক চাই জীয়াই আছোঁ? ক, তোৰ হৈছে কি?—তই এনেকৈ মোৰ বুকুত কুঠাৰ আঘাত কৰিছ কেলৈ আই?

সোণপাহি—( অধৈৰ্য্য ভাবে ) পিতাই ঐ! তইয়ে মোৰ তেজ খালি—উস্—

( তাই বেজাৰত কান্দি কান্দি ভিতৰ সোমাই যায়; বাপেকে একো বুজিব নোৱাৰি অবাক্ হৈ পৰে। )

উকীল—কিহে পাঠক! গমটো পালা নহয় এতিয়া? মই আগতেই নকৈছিলো—শুই থকা ছোৱালী শুই থাওক,—নজগাওঁ, তাইৰ গা ভাল নাই—খং উঠিব। মোৰ কথা নুশুনি মজাটো পালানে? তোমালোক গাঁৱলীয়া মানুহবোৰ সঁচাই বৰ যধা মূৰ্খহে।

পাঠক—( মনটো মাৰি ) মোৰ কলিজাখন দুফাল হৈছে দেউতা! তাইৰ ইমান দুখ-বেজাৰ কেলৈ? আগেয়ে মই আহিলে, পচুলিৰ মূৰতে আগছি ধৰি, 'কি আনিছ দে পিতাই' বুলি তিনিপাক ঘূৰে; চাহ দিয়ে, জলপান দিয়ে, ইটো-সিটো নিবলৈ দিয়ে,—তাইৰ যে কি মৰম—; কিন্তু আজি······

উকীল—একো চিন্তা নকৰিবাহে,—মই ডাক্তৰকো মাতিছো নহয়; ডাক্তৰে ভালকৈ চাই-চিতি দেৱাই-পাতিও দিবহি। বাৰু, তাই যেতিয়া নাযাওঁ বুলিছে, জোৰ্ কৰিলে হব কি? তুমি পিচতো আহি লাহে-ধীৰে লৈ যাবাহি; এতিয়া ঘূৰি যোৱা,—ৰাতিও হব।

পাঠক—এৰা দেউতা! সকলো কথা আপোনাৰ ওপৰতহে দিছো।



মাউৰী ছোৱালী চাব আৰু দেউতা, মইনো কম কি? যাওঁ এতিয়া,—সেৱাহে কৰিছো—

[ উকীলক প্ৰণাম কৰি পাঠক ওলাই যায়; এনেতে হাতত এবাটি চাহলৈ কাতিয়া সোমাই আহে। সি পাঠকক তাত নেদেখি ইফালে সিফালে চায় ]

কাতিয়া—ওৱা? সোণপাহিৰ বাপেক আছিলে নহয়, ক্ষেনি গ'ল? তেওঁ চাহ খাওঁ বুলিছিলে—এই বাটি লৈ আহিছিলো নহয়—

উকীল—থ, থ, যাবলৈ দে, গাঁৱলীয়া ভূত একোটাই চাহ বুলিলেই চাহ পায়নেকি? সৌ কলআশী আৰু গাখীৰৰ চুঙাটো লৈ যা—

( কাতিয়াই পাঠকে অনা কল গাখীৰখিনি ভিতৰলৈ লৈ যায়; অলপ পিচতে আনফালৰ পৰা ঘোষ ডাক্তৰ সোমাই আহে। )

উকীল—অ' আহক ডাক্তৰ বাবু! নমস্কাৰ। বহক—বহক—

( দুয়ো চকীত বহি কথা পাতিবলৈ ধৰে )

ডাক্তৰ—পিছে, এতিয়া কি কৰো বুলিছে?

উকীল—এতিয়া গৰ্ভ নষ্টৰ বাহিৰে অন্য উপায় একো নাই; আপুনি দয়া কৰি তাকে কৰক—ডাক্তৰ বাবু!

ডাক্তৰ—তাতোকৈ কিবা অন্য চিন্তা কৰিব পৰা নাযায়নে বাৰু?

উকীল—অৱশ্যে চিন্তা কৰি চাইছিলো; তাইক দিবলৈ ল'ৰা এটাও পাইছিলো, কিন্তু এই মহাকালটোৰ পৰা উপায় নাই,—তাই কোনোমতেই মান্তি নহ'ল। সেয়েহে এই পন্থা লব লগীয়াত পৰিছো—।

ডাক্তৰ—গা বন্ধ হবৰ কেইমাহ হ'ল, জানেনে?

উকীল—বোধকৰো চাৰি মাহৰ বেছি নহব—

ডাক্তৰ—স্বাস্থ্য কেনে? বৰ দুৰ্ব্বলনেকি?

উকীল—দেখাত সম্পূৰ্ণ ভাল, কাম-বনো কৰি আছে, ভাত-পানীও খাইছে।

ডাক্তৰ—তথাপি Caseটো পৰীক্ষা কৰা ভাল হব। যদি ভাল দেখো

চেষ্টা কৰি চাম, আৰু বেয়া যেন দেখিলে মোৰ উপায় নাই,—বেয়া নাপাব উকীলবাবু।

উকীল—নহয়, নহয়,—ডাক্তৰ বাবু! আপুনি যেনে তেনেই মোক ৰক্ষা কৰিব লাগিব,—নহলে মই 'চুইচাইড' কৰিম। টকাৰ কাৰণে চিন্তা নকৰিব, এহেজাৰৰ ঠাইত এইয়া দুহেজাৰৰ 'চেক' দিওঁ,—আপুনি এই বিপদৰপৰা মোক মুক্ত কৰক, ৰক্ষা কৰক।

[ উকীলে কথাৰ লগে লগে মেজৰ দেৰাজৰ পৰা এখন চেক্-বহী উলিয়াই ডাক্তৰক দুহেজাৰ টকাৰ চেক্ লিখি দিয়ে; ডাক্তৰে আনন্দ মনে চেক্খন লৈ তেওঁৰ কোটৰ ভিতৰৰ জেপত ভৰাই থয়। উকীলেও সেই চেক্ বহীখন পূৰ্ব্বৰ ঠাইতে থৈ দিয়ে। ]

ডাক্তৰ—বাৰু, যিমান পাৰো চেষ্টা কৰি চাম; কিন্তু এইবোৰ বৰ গুৰুত্বৰ কথা,—যাতে আপোনাৰ বাহিৰে কোনো প্ৰাণীয়েই গম নাপায়—

উকীল—সেই বিষয়ে নকলেও হয় ডাক্তৰ বাবু! আমি উকীল হৈ সেই কথা নাজানোনে?

ডাক্তৰ—এতিয়া আগতে ছোৱালীজনীক এবাৰ পৰীক্ষা কৰি চাওঁ, বলকচোন—

( দুয়ো ভিতৰলৈ সোমাই গৈ অলপ পাছতেই আকৌ ওলাই আহে )

উকীল—কেনে দেখিলে?

ডাক্তৰ—বৰ দুৰ্ব্বল। বাৰু, দেখা যাওঁক—

উকীল—আপুনিহে জানে—কেনেকৈ কামটো সমাধা কৰিব পাৰে—।

ডাক্তৰ—কিন্তু গৰ্ভপাতৰ ঔষধ Very strong. আপুনি বিশেষ সতৰ্ক হৈ থাকিব। মই ঔষধ দিওঁ, অলপমান গৰম পানীৰ লগত মিহলাই খাবলৈ দিয়কগৈ—

উকীল—( ভিতৰলৈ চাই ) কাতিয়া! গৰম পানী—

[ কাতিয়াই একাপ গৰম পানী আনি মেজত থৈ গুচি যায়। ডাক্তৰে তেওঁৰ বেগৰ পৰা ঔষধ উলিয়াই গৰম পানীত মিহলাই উকীলৰ হাতত দিয়ে ]



উকীল—লৈ যাওক, যেনে তেনে খুৱাই দিয়ক গৈ—

[ ঔষধলৈ উকীল ভিতৰ সোমাই যায় আৰু ভিতৰত উকীল—সোণপাহিয়ে কথা কোৱা-কুই কৰা বাহিৰতো ভালকৈ শুনিবলৈ পোৱা হয়। ]

উকীল—( ভিতৰত ) হোঁ, খা খা, ভাল হৈ যাবি—

সোণপাহি—( ঐ ) মই নাখাওঁ—নাখাওঁ—

উকীল—নাখাৱনে? ডিঙি টিপি মাৰিম বুলি নাজাননে?

সোণপাহি—( চিঞঁৰি ) পিতাই ঐ, তই কলৈ গলি ঐ—

উকীল—খা, খা, ভালে ভালে মুখ মেল,—মুখ মেল—

( সোণপাহিক বলেৰে ঔষধ খুৱাই উকীল ওলাই আহি বহে )

ডাক্তৰ—খোৱালেনে?

উকীল—হয়, কোনো মতেহে—

ডাক্তৰ—মন কৰিব, প্ৰথমতে পেটত ধৰিব, আৰু পিছত বমি কৰিব। অন্ততঃ চাৰি-পাঁচ ঘণ্টাৰ ভিতৰত সকলো চাফা হৈ যাব; কিন্তু ছোৱালীজনীক চিঞঁৰ-বাখৰ কৰিবলৈ নিদিব, তাই অৱশ্যে যথেষ্ট কষ্ট পাব। বাৰু, মই যাওঁ,—পাৰিলে খবৰটো দিয়াব।

( ডাক্তৰ যাবলৈ থিয় দিয়ে )

উকীল—এ কাপ চাহ খাই যাওক,—বহক ডাক্তৰবাবু!

ডাক্তৰ—চাহ খাবলৈ সময় নাই,—মই যাওঁ। পৰাপক্ষত পুনৰ এবাৰ আহি যাম—বাৰু। আপুনি কিন্তু সাৱধানে থাকিব!

[ ডাক্তৰ ওলাই যায়। উকীলে বৰ উৎকণ্ঠিতভাৱে কোঠাটোৰ ভিতৰত ঘূৰি ফুৰে; এনেতে ভিতৰত সোণপাহিয়ে—"আই ঔ! মোক কি খোৱালে ঔ, পেটটো পুৰিছে ঔ, মৰিলো ঔ" এই বুলি চিঞৰ-বাখৰ কৰা বাহিৰতো শুনা যায়। এনে সময়ত বাহিৰ পিনৰ পৰা পাঠকে বেগাবেগীকৈ ভিতৰ সোমাই আহি, উকীললৈ চাই চাই কয়—]

পাঠক—দেউতা! মই মাজ বাটৰ পৰাই ঘূৰি আহিলো, মনে নসহিল, মোৰ গা পুৰিবলৈ ধৰিলে। তাইক এবাৰ চাই যাওঁ দেউতা—

উকীল—( অতি খং মনে ) বাৰে বাৰে কি চুপতি কৰিবলৈ আহিছ? এইখন গাওঁ পাইছনেকি? গুচি যা—গুচি যা—।

পাঠক—মোক খং কৰিছে কেলৈ দেউতা ? মইনো মোৰ একেজনী ছোৱালীক নাচাই চাম কাক ? মোক ক্ষমা কৰক দেউতা—।

উকীল—ভালে ভালে ইয়াৰ পৰা যাবিনে গুলী খাবি ?

পাঠক—মোৰ ছোৱালীকে চাবলৈ আহোঁতে, মই গুলী খাব লাগে যেতিয়া, মোক মাৰি পেলাওক। মোৰ নিচিনা কুকুৰ মৰাই ভাল। উস্, মই জানি-শুনিও মোৰ আইক কেলৈ চাকৰণী কৰিবলৈ আনি দিছিলো? মই কেলৈ জন্ম দিও তাইক খোৱাব-পিন্ধাব নোৱাৰিলো ? মই নমৰি এতিয়া মৰিব কোন ? মৰিব কোন ?

[ পাঠকে বেজাৰত হুক্-হুকৈ কান্দিবলৈ ধৰে ; এনেতে ভিতৰৰ পৰা সোণপাহিয়ে "ও পিতাই ! মোক মাৰিলে ঔ, মোক মাৰিলে ঔ"—বুলি চিঞঁৰা শব্দবোৰ ভাঁহি আহে, পাঠকক বৰকৈ অধীৰ হোৱা দেখা যায়। ]

পাঠক—সেইয়া, সেইয়া, এই মাত সোণপাহিৰ, তাই চিঞঁৰিছে,— তাই কান্দিছে। উস্ দেউতা ! দেউতা ! তাইক কৰিলে কি—? তাই মোক মাতিছে—মোৰ আইক চাই যাব, মোক যাবলৈ দিয়ক—( ভিতৰলৈ চাই চাই ডাঙৰকৈ ) সোণপাহি, সোণপাহি, মই আহিছো, তই ওলাই আহ—তই ওলাই আহ—

উকীল—( পাঠকৰ গালত চৰিয়াই ) ওলাই যা, ওলাই যা—

পাঠক—( বলিয়াৰ দৰে হৈ ) নহয়, নহয়, মোৰ সোণপাহিকো লৈ যাম। সোণপাহি—সোণপাহি—

উকীল—তাই নাযায়, যাবলৈ নিদিওঁ—নিদিওঁ—

পাঠক—নিদিয়া ? নিদিয়া ? ৰ'বা-ৰ'বা, মই পুলিচ-থানালৈ যাওঁ— ; তাইক মাৰি-কিলাই জব্দ কৰাৰ মজা দিম ; মই তাইক লৈ যাম —লৈ যাম—

[ পাঠক অতি উত্রাৱল অৱস্থাত তাৰপৰা ওলাই যায়। চিঞৰ-বাখৰ আৰু বমি-শব্দ কৰি কৰি আউলী-বাউলী হৈ সোণপাহি ওলাই আহি—উকীলৰ ভৰি দুটাত সাৱটি ধৰি, কান্দি-কান্দি, গেঠাই গেঠাই কবলৈ ধৰে। ]

সোণপাহি—( গেঠাই গেঠাই ) দেউতা ! উকীল দেউতা ! মোক এনেকৈ



মাৰিলে কেলৈ ? আপুনি—আপুনি—অৱশেষত ইয়াকে কৰিলে ? —ইয়াকে কৰিলে ? উস্—আস্—

[ অজ্ঞান অৱস্থাত তাই মাটিত পৰি অলপ সময় ছট্‌ফটাই মৃত্যু হয়। কাতিয়া ওলাই আহি তাইৰ মূৰটো তুলি ধৰে, উকীল বৰ অধৈৰ্য্য হৈ কি কৰো কি নকৰো অৱস্থাত কৈ উঠে—]

উকীল—কাতিয়া ! কাতিয়া ! পানী—পানী—

কাতিয়া—( চকুপানী টোকি টোকি ) কাতিয়াই কৰিবলৈ একো নাই, দেউতা। সোণপাহি নাই—তাই গুচি গল,—তাই গুচি গল,— উস্—অস্—অস্—( কান্দে )

[ কাতিয়াই গাৰ কাপোৰখন টানি নি সোণপাহিৰ মুখখন ঢাকি থৈ উচুপি উচুপি কান্দিবলৈ ধৰে। উকীলে এক পাগল অৱস্থাত ভিতৰলৈ লৰি গৈ, ভিতৰৰ পৰা বন্দুক আনি নিজৰ বুকুত লগাই আত্মহত্যা কৰিবলৈ ধৰা অৱস্থাত, কাতিয়াই বাধা দি বন্দুকত ধৰি টনা-আঁজোৰা কৰে। তেওঁলোকৰ সেই অৱস্থাত ইন্‌চাৰ্জ, তিনিজন চিপাহী আৰু লগতে পাঠকো সোমাই আহে। ]

ইন্‌চাৰ্জ—এইবিলাক কি বৰুৱা উকীল ?

কাতিয়া—ছাৰ ! চাওক, এখেতে সোণপাহিক মাৰি পেলাই নিজেও মৰিবলৈ ধৰিছে—

ইন্‌চাৰ্জ—কি কলি ? কি কলি ? এওঁ মাৰিলে কাক

পাঠক—( উত্রাৱল অৱস্থাত আগবাঢ়ি আহি ) মাৰিলে কাক ? মাৰিলে কাক ? তুমি কাৰ কথা কৈছা, কাতিয়া কাই ?

কাতিয়া—( সোণপাহিৰ মুখৰ কাপোৰখন গুচাইদি ) চোঁৱা, চোঁৱা, এই-জনী সোণপাহি,—এইজনী তোমাৰ জীয়েৰ—উস্—

পাঠক—( সোণপাহিক সাৱটি ধৰি ) কোন ? কোন ? মোৰ সোণ-পাহি ? মোৰ সোণপাহি ? আই ঐ !—আস্—আস্—তই কৰিলি কি ? (কান্দিবলৈ ধৰে )

ইন্‌চাৰ্জ—( আচৰিত হৈ ) বৰুৱা ! এইবোৰ কি ?

উকীল—মই একো কব নোৱাৰো, ঘোষ ডাক্তৰে কৰিলে কি !

ইন্‌চাৰ্জ—কাতিয়া! তই সকলো জান, মিছা নামাতিবি, সচাঁ কথা ক,—সচাঁ কথা ক—এইক মাৰিলে কোনে?

কাতিয়া—ছাৰ! এই পাঠকৰে ছোৱালী এইজন সোণপাহি। তাইৰ বাপেকে উকীল দেউতাৰ ঘৰত চাকৰণী কৰিবলৈ দিছিলে; উকীল দেউতাই তাইৰ সৰ্বনাশ কৰি এই গৰ্ভ অৱস্থাত তাইক ঘৰলৈ যাবলৈ বল কৰিছিল; কিন্তু তাই তাকে নকৰাত এতিয়া সেই ঘোষ ডাক্তৰক আনি মৰাই পেলালে—ছাৰ!

ইন্‌চাৰ্জ—আৰু কিবা জাননে?

কাতিয়া—জানো ছাৰ! মই সৌ ভিতৰৰ পৰাই লুকাই লুকাই জুমি জুমি চাই দেখিছিলো—দেউতাই ডাক্তৰক এখন দুহেজাৰ টকাৰ চেকো দিছিলে। সেই বহীটো ইয়াতে আছে ছাৰ,—আনো ৰ'ব—

[ কাতিয়াই দেৰাজৰ পৰা চেক্ বহীটো উলিয়াই আনি ইনচাৰ্জৰ হাতত দিয়ে, ইনচাৰ্জে বহীটো চাবলৈ ধৰে ]

ইনচাৰ্জ—চিপাহী! ঘোষ ডাক্তৰক ইয়ালে লৈ আনাগৈ, যোৱা— ( ১ম চিপাহী ওলাই যায় )। এজনে উকীলক ভিতৰলৈ লৈ যোৱা— ( ২য় চিপাহীয়ে তেনেকৈ লৈ যায় )

পাঠক—( ইন্‌চাৰ্জৰ ভৰিত ধৰি ) ছাৰ! মোক আপুনি মাৰি পেলাওক—মাৰি পেলাওক। মোৰ আই যলৈ গ'ল—মইও তালৈকে গুচি যাওঁ—। উস্—উস্—সোণপাহি—সোণপাহি—তই—তই……।

ইনচাৰ্জ—কাতিয়া। বুঢ়াক ইয়াৰ পৰা লৈ যা—

[ কাতিয়াই পাঠকৰ গাত ধৰি ভিতৰলৈ লৈ যায়। বাহিৰৰ পৰা ঘোষ ডাক্তৰক লৈ ১ম চিপাহী সোমাই আহে। ]

ডাক্তৰ—নমস্কাৰ ইন্‌চাৰ্জ বাবু। মোক মতালে কিয়?

ইন্‌চাৰ্জ—ডাক্তৰ বাবু! এই ছোৱালীজনী কি হৈ মৰিলে, অনুগ্ৰহ কৰি চাই দিয়কচোন—



ডাক্তৰ—( সোণপাহিক পৰীক্ষা কৰি চাই ) ছোৱালীজনী বৰ weak আছিলে, হাৰ্ট-ফেল কৰিছে।

ইন্‌চাৰ্জ—আপুনি এই বিষয়ে কিবা জানেনে ডাক্তৰ বাবু?

ডাক্তৰ—ওঁ হোঁ, মই একো নাজানো—

ইন্‌চাৰ্জ—আপুনি কেতিয়াবা ইয়ালৈ অহাও আপোনাৰ মনত পৰেনে বাৰু?

ডাক্তৰ—ওঁ হোঁ, ক'তা, মোৰ মনত পৰা নাই—

ইন্‌চাৰ্জ—সঁচা কথা কওক ডাক্তৰ বাবু! আপুনি নিশ্চয় আহিছিলে আৰু আপুনিয়েই এই ছোৱালীজনীক ঔষধ খুৱাই মাৰিছে। কওক, মোৰ কথা সঁচানে,—মিছা?

ডাক্তৰ—অ' হয়—হয়—মনত পৰিছে, এবাৰ আহিছিলো; কিন্তু ঔষধ দি মৰা কথা সম্পূৰ্ণ মিছা, মই কাকো ঔষধ দিয়া নাই,—মিছা কথা।

ইন্‌চাৰ্জ—মই এতিয়া আপোনাৰ গা তালাছ কৰিম, আপুনি থিয় হৈ যাওক—

( ইন্‌চাৰ্জে ডাক্তৰৰ জেপবোৰ তালাছ কৰি ভিতৰৰ পিনৰ জেপত উকীলৰ এখন দুহেজাৰ টকীয়া চেক্ পায়। )

ইন্‌চাৰ্জ—এইখন কি? উকীলে এই দুহেজাৰ টকাৰ এইখন চেক্ দিয়াৰ কাৰণ আছিলে কি?

ডাক্তৰ—এই টকা মোৰ পাওনা আছিল—

ইন্‌চাৰ্জ—মিছা কথা, মই কওঁ—এই টকা গৰ্ভপাতৰ ঔষধৰ বাবে আৰু আপোনাৰ পাৰিশ্ৰমিকৰ—পুৰস্কাৰ।

ডাক্তৰ—ছিঃ ছিঃ মিছা কথা। কোনে কয়? কোনে কয়?

ইন্‌চাৰ্জ—মই কৈছোঁ আৰু উকীলেও কব। চিপাহী! যোঁৱা, উকীলকো লৈ আহাঁ—

[ চিপাহীয়ে গৈ উকীলক বাহিৰলৈ উলিয়াই অনাৰ লগে লগে উকীলে বৰ উত্তেজিত অৱস্থাত অতি খঙেৰে ডাক্তৰৰ গালত চৰিয়ায়। ]

উকীল—( খঙেৰে ) ৰাছকেল্! তই মোৰ কৰিলি কি? ড্ৰুহেজাৰকৈ টকা লৈ ঔষধ দি ছোৱালীজনীক এনেকৈ মাৰিলি কেলৈ? নন্‌চেন্‌স্! ৰ'হ,—মই তোকো শেষ কৰি থওঁ—শেষ কৰি থওঁ।

[ উকীলে পুনৰ ডাক্তৰক মাৰিবলৈ যায়, ইবিলাকে বাধা দি একৰাই দিয়ে। ]

ডাক্তৰ—( কন্দনামুৱা হৈ ) ইন্‌চাৰ্জ বাবু! চাওক আপোনাৰ সাক্ষাতত উকীলে মোক অপমান কৰিছে; মই কৰ্টত Case দিম,—আপুনি সাক্ষী থাকিব লাগিব।

ইন্‌চাৰ্জ—উকীলে খুব ভাল কৰিছে, আপোনাৰ নিচিনা ডাক্তৰক মইও চৰিয়াই ভাল পাওঁ। ( কথাৰ লগে লগে ডাক্তৰৰ গালত চৰিয়াবলৈ ধৰে ) চিপাহী! এই হত্যাকাৰীহঁতক বান্ধা—হাতকেৰী লগোৱা—।

( চিপাহীহঁতে উকীল ডাক্তৰক হাতকেৰী লগাই কঁকালতো ৰছিৰে বান্ধে )

ইন্‌চাৰ্জ—কাতিয়া! বুঢ়াক লৈ আহ—

( পাঠকক ধৰি ধৰি কাতিয়া ওলাই আহে )

পাঠক—( ব্যাকুল হৈ ) ছাৰ! মই এতিয়াও মৰি নাযাওঁ কেলৈ? মই কি চাবলৈ জীয়াই আছো? উস্—উস্—মোৰ আই ক'ত? মোৰ সোণপাই ক'ত?

ইনচাৰ্জ—বুঢ়া! শুনা, তুমি এতিয়া হিয়া ভুকুৱাই কান্দি কান্দি শিলত মূৰ আছাৰিলেও জীয়েৰক নোপোৱা। তুমি আগতেই ভবা উচিত আছিল যে, বৰলা মানুহৰ ঘৰত গাভৰু ছোৱালী ৰাখা কেনে মাৰাত্মক কথা। বাৰু ইয়াৰ বিচাৰ হব—, হত্যাকাৰীহঁতৰো ৰক্ষা নাই। এতিয়া এই লাছটো তুমিয়েই হাস্পতাললৈ লবানে নতুবা মেটৰকো মাতিম?



পাঠক—ছাৰ! মই জীয়াই থকাত মেটৰক নিবলৈ দিম কেলৈ? মই নিম, মই লৈ যাম, মই লৈ যাম। ( সোণপাহিক তুলি লৈ ) আই ঐ! মোৰ সোণপাহি! মোৰ কলিজা! মই আহিছোঁ, মই আহিছোঁ, এবাৰ চকু মেলি চা, চা। এবাৰ মোক পিতাই পিতাই বুলি মাত—মাত—

[ পাঠকে সোণপাহিৰ মৃতদেহ লৈ আগে আগে যায় আৰু ইবিলাকে মৌন হৈ পিচে পিচে গৈ থাকে। ]

( সমাপ্ত )

( ৪ )

## তেজৰ আহুতি

**দৃশ্য—ৰণ-ক্ষেত্ৰ।**

[ হাতত মুক্ত অসি লৈ অগণন নাৰী-বাহিনীয়ে সমৰৰ বাবে প্ৰস্তুত হৈ থিয় দি থাকে। মূলা গাভৰু আৰু সখিয়েক মাধুৰীয়ে সৈন্য-বাহিনীৰ আগত থাকি বাহিনীক সাজু কাৰ থয়। দূৰত আকাশ-লঙ্ঘা জয়ধ্বনি আৰু বন্দুক বৰতোপৰ ঘন ঘন শব্দবোৰ ভালকৈ শুনা যায়। ]

মূলা—বীৰ-বীৰাঙ্গনাসকল ! নদী-নদী—যোগী-গৃহ গুহাৰে পৰিবেষ্টিত —এয়ে আমাৰ সাম্ৰাজ্যৰ শেষ-সীমা। সৌৱা, ওচৰতে মহাবাহু ব্ৰহ্মপুত্ৰ—যুগ-যুগান্তৰে মহান্ কৰ্ত্তব্যত নিমগ্ন হৈ কল্-কল্ ৰ'বে বৈ আছে। এই পৱিত্ৰ লৌহত্যৰ তীৰত থিয় হৈ এবাৰ মুক্ত-কণ্ঠে উচ্চস্বৰে কোৱা—'জয় অসমৰ জয়।'

সকলোৱে—( একস্বৰে ) জয় অসমৰ জয়।

মূলা—এই পুণ্য ভূমিতে মোৰ স্বামী-দেৱতাই প্ৰাণ উচৰ্গি সৌ শূন্য নীলিমাৰ পৰা আমাৰ জয়ৰ আশাৰে চাই আছে। এবাৰ সেই শূন্যৰ ফালে চাই কোঁৱা—বুকুৰ তেজেৰে দেশ-মাতৃকাৰ চৰণ ৰাঙলী কৰি চিৰধন্য হম। প্ৰাণে প্ৰাণে প্ৰতিজ্ঞা কৰা—দেশৰ শত্ৰুক ধ্বংস নকৰালৈকে এই সমৰভূমি পৰিত্যাগ নকৰোঁ। মনত ৰাখিবা, দেশৰ কাৰণে মৰিলেও আছে স্বৰ্গ। মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পাতন—মূল মন্ত্ৰত দীক্ষিত হৈ আৰু এবাৰ উচ্চস্বৰে কোৱা —দেশৰ কাৰণে প্ৰাণ দিম।

সকলোৱে—দেশৰ কাৰণে প্ৰাণ দিম।

মূলা—চোৱা, আজিৰ আকাশ কি ধীৰ-স্থিৰ গম্ভীৰ। এই শুভ মুহূৰ্ত্তত স্থিৰ হৈ যাওক—অসমীয়াৰ আগত পাঠানৰ শক্তি কিমান-পৰ তিষ্ঠিব পাৰে—



[ নেপথ্যত পাঠান সৈন্যৰ "আল্লাহু আকবৰ" জয়ধ্বনি আৰু তাৰ লগে লগে ৰণ-ভেৰী বাজি উঠে। ]

সকলোৱে—( উচ্চস্বৰে ) জয় স্বৰ্গদেৱৰ জয়।

( যুদ্ধ সাজে তুৰ্ব্বক, নচিৰং আৰু অন্যান্য পাঠান সৈন্যৰ প্ৰবেশ। )

তুৰ্ব্বক—কোন তুমি নাৰী—
দিয়া পৰিচয়,
কিবা হেতু প্ৰবেশিছা সমৰ ভূমিত ?

মূলা—বুজিছোঁ—
পাঠানৰ কলঙ্ক-পশু
পৰদ্ৰব্য লুণ্ঠনকাৰী—
তয়ে সেই অধম তুৰ্ব্বক !
কিয় সোধ নাম মোৰ
কিবা প্ৰয়োজন ?
বধিলি স্বামীকে কিয় অন্যায় যুদ্ধত—
এয়েনেকি ধৰ্ম্ম তোৰ অধম পামৰ ?
ছিঃ ছিঃ এই সাহসৰে
ভাবিছনে আহোমক জিনি,
লবি এই সোণৰ অসম ?

তুৰ্ব্বক—( বিদ্ৰূপৰ হাঁহি মাৰি ) হাঃ হাঃ হাঃ—
নাৰী তুমি,
মিছাতেই কৰিছাহি দম্ভালী ইমান।
বৃথা চেষ্টা এৰি—
প্ৰাণ লৈ যোৱা ঘূৰি,—নহলে মৰিবা।

মূলা—কাপুৰুষ তুৰ্ব্বক !
কোন মুখে কৰ এনে ঘিণ লগা কথা ?
কাৰ্য্যত বুজিবি আজি

কোন্ কেনে জাতি—
কেনেকৈ কৰে ৰণ অসমীয়া-নাৰী।
মাধুৰী! সখি!
যোৱা তুমি যুঁজাগৈ আনৰ লগত
পামৰক নিজে মই দিম প্ৰতিফল।

তুৰ্ব্বক—নছিৰৎ!
সাৱধান,—নোৱাৰে পলাব যেন—
আততায়ী নাৰী।

( যুদ্ধ কৰি কৰি গাভৰুৱে তুৰ্ব্বকক খেদি লৈ যায়। )

মাধুৰী—নছিৰৎ!
চাই ল,—সৌৱাতোৰ সেনাপতি গল পাচুৱাই।
ধৰ অস্ত্ৰ,—ৰক্ষা কৰ পাপ প্ৰাণ তোৰ।

নছিৰৎ—আহ আজি ভালমতে পাবি পুৰস্কাৰ।
সৈন্যসকল!
আগবাঢ়া—আগবাঢ়া।

[ উভয় পক্ষৰ তুমুল সংগ্ৰাম, শেষত আহোম সৈন্যবাহিনীয়ে পাঠান সৈন্য বাহিনীক যুদ্ধত হৰুৱাই খেদি লৈ যায়। দূৰত "জয় অসমৰ জয়" ধ্বনি উঠে। ]

—পট পৰিবৰ্ত্তন—

### দৃশ্য—যুদ্ধৰ একাংশ

( অসমীয়া সৈন্যবেশী আদিলক লৈ বেগে তুৰ্ব্বকৰ প্ৰবেশ )

তুৰ্ব্বক—আদিল্! চোঁৱা-চোঁৱা, সৌৱা ৰাক্ষসী মূলাই কি প্ৰবল পৰাক্ৰমেৰে আমাৰ ফালে আগুৱাই আহিছে। আজি ৰাক্ষসীক হত্যা কৰিব লাগিব; নহলে আমাৰ বিজয়ৰ আশা-আকাঙ্ক্ষা তেনেই ভ্ৰষ্ট হৈ যায়। এই অস্ত্ৰ ধৰা, শীঘ্ৰে সৌ গছত উঠি মোৰ নিৰ্দ্দেশ মতে পিছৰ পৰা মূলাক অস্ত্ৰাঘাত কাৰ হত্যা কৰা।



ভয় নকৰিবা, তোমাক এই অসমীয়া সেনাৰ সাজ-পোছাকত মুছলমান বুলি চিনিবৰ কাৰো সাধ্য নাই। যোৱা—যোৱা—তুৰন্তে গুপ্ত স্থানত লুকাই থাকাগৈ; সৌৱা,—সেই ৰাক্ষসী ইয়ালৈকে আহিছে—ইয়ালৈকেও আহিছে।

আদিল্চা—জনাবৰ যি হুকুম, যাওঁ—

[ হাতত তীক্ষ্ণ অস্ত্ৰ লৈ আদিল্চা এখন গুপ্ত স্থানত লুকাই থাকেগৈ। আন ফালৰ পৰা হাতত মুক্ত তৰোৱাল লৈ বেগে মূলা আহি অসমীয়া সৈন্যৰ পিনে লক্ষ্য কৰি উচ্চস্বৰে কবলৈ ধৰে— ]

মূলা—( উচ্চস্বৰে ) আগবাঢ়া, আগবাঢ়া, অসমীয়া বীৰ-বীৰাঙ্গনা সকল! বিজুলী সঞ্চাৰে পাঠান শত্ৰুইঁতৰ ওপৰত পৰি, প্ৰাণ লোৱা—প্ৰাণ লোৱা—। ভয় নাই—ভয় নাই—তোমালোকৰ এই বীৰত্বৰ ওপৰতে স্বাধীন অসমৰ বিজয়ী স্বাধীন পতাকা চিৰকাল সগৌৰবে উজলি জিলিকি থাকিব। জয় অসমৰ জয়।

( দূৰত আকাশভেদি "জয় অসমৰ জয়" ধ্বনি হয়। হাতত অস্ত্ৰলৈ বেগে তুৰ্ব্বক আগবাঢ়ি আহে। )

তুৰ্ব্বক—অসম্ভৱ—অসম্ভৱ—সেই মিছা প্ৰয়াস সপোনত পৰিণত হব; পাঠানৰ পৰাজয় নাই,—পাঠান দিগ্বিজয়ী বীৰ—

মূলা—কাপুৰুষ তুৰ্ব্বক! বাৰে বাৰে পলাই ৰক্ষা পাৰি আছ, এইবাৰ সাৰিবি ক'ত? আহ,—যুদ্ধ কৰ, যুদ্ধ কৰ—

তুৰ্ব্বক—এইবাৰ মৰিবলৈ প্ৰস্তুত হ ৰাক্ষসী। আহ,—আগবাঢ়ি আহ—অপেক্ষাৰ সময় নহয়—।

[ তুৰ্ব্বকৰ সৈতে মূলাৰ তুমুল সংগ্ৰাম, শেষত তুৰ্ব্বক পলাই যায়—। মূলাই পিছে পিছে খেদি নিয়া অৱস্থাত—বেগে আদিল্চা আহি পিছে পিনৰ পৰা মূলাক অস্ত্ৰাঘাত কৰি মাটিত পেলাই দিয়ে—। দূৰৰ পৰা বিজুলী সঞ্চাৰে মাধুৰী লৰি আহি আদিল্চাকো কাটি হত্যা কৰে। মূলাই মাটিত পৰি বাগৰি বাগৰি ছট্ফটাবলৈ ধৰে— ]

মূলা—( বৰ কষ্টত ছাটিফুটি কৰি ) উস্—আস্—মাধুৰী ! মাধুৰী !

মাধুৰী—( মূলাক দুহাতে সাৱটি ধৰি ) উস্ কি কৰিলা ? কি কৰিলা ? সখি—সাখ—

মূলা—চোঁৱা, চোঁৱা, সৌৱা তুৰ্ব্বক পলাই গ'ল, সি পলাল, সি পলাল ! আজি তাৰ তপত তেজেৰে অস্ত্ৰ ৰঞ্জিত কৰি প্ৰতিশোধ লম—মোৰ বহুত দিনৰ কামনা পূৰ্ণ কৰিম। দিয়া—দিয়া—মোক তুলি দিয়া, ডাঙি দিয়া, পলম নকৰিবা—। মই যাওঁ—মই যাওঁ—

মাধুৰী—ক্ষান্ত হোৱা, ক্ষান্ত হোৱা, তুমি যে ছদ্মবেশী শত্ৰুৰ হাতত ক্ষত হলা। মিছা, বৃথা চেষ্টা নকৰিবা সখি ! তুমি নোৱাৰা—নোৱাৰা—

মূলা—কি ? মই ক্ষত হৈছোঁ ? মই চেষ্টা নকৰিম ? মই নোৱাৰোঁ ? নহয়,—নহয়,—তুমি ভুল কৰিছা, তুমি পাগলি হৈছা, তুমি সপোন দেখিছা।

মাধুৰী—সপোন নহয় সখি ! তুমি ক্ষত হৈছা,—নোৱাৰা।

মূলা—চোঁৱা, মই অকলেই ৰণ কৰি যাম, মোক এৰি দিয়া ; আজি তুৰ্ব্বকৰ হত্যাৰ দায়িত্ব ভাৰ মোৰ। (উঠিবলৈ চেষ্টা কৰি বিফল হয়) উস্—মোৰ উঠিবৰ শক্তি নাই ! সচাঁ, সচাঁ, মূলা ক্ষত হৈছে, তাই নোৱাৰে—তাই নোৱাৰে। উস্ তাই অভাগিনী—বৰ অভাগিনী—(কথাৰ লগে লগে দুই চকুত পানী ববলৈ ধৰে)

মাধুৰী—( মূলাৰ চকুপানী মুচি দি ) সখি ! সখি ! নাকান্দিবা—নাকান্দিবা—

মূলা—মাধুৰী ! সখি মোৰ ! বুজিছোঁ,—বুজিছোঁ,—আজি মোৰ এইয়ে জীৱনৰ অৱসান। কিন্তু, মোৰ প্ৰাণৰ কামনা—বাসনা—সাধনা সকলো থাকি গ'ল ! মই তুৰ্ব্বকৰ কটা মূৰ মোৰ স্বৰ্গদেৱৰ শ্ৰীচৰণত অৰ্পণ কৰিবলৈ নাপালো। যুদ্ধ শেষ ন'হল,—যুদ্ধ থাকিল—যুদ্ধ থাকিল—



মাধুৰী—যুদ্ধ ? যুদ্ধ আৰু কিয় সখি ? তুমি যে সকলো শেষ কৰি দিলা !

মূলা—নহয়, নহয়, নহয়। যুদ্ধ শেষ হব কিয় ? এই যুদ্ধ শেষ হব নোৱাৰে, অসমীয়াৰ পৰাজয় নাই। যুদ্ধ কৰিব লাগিব, তপত শোণিতৰে আইৰ পূজা দিব লাগিব, দেশৰ শত্ৰুক পৰাজয় কৰিব লাগিব। হতাশ নহবা, কাতৰ নহবা, চিন্তা নকৰিবা ; আজি এক মূলা যায়—তোমালোক শতেক মূলা এতিয়াও আছা। দিয়া, দিয়া, নতুন উদ্যমেৰে ৰণৰ জুই জ্বলাই দি শত্ৰুক বধ কৰা, অসমক উদ্ধাৰ কৰা,—ৰক্ষা কৰা—ৰক্ষা কৰা—

মাধুৰী—( চকুলো মচি ) কিন্তু—কিন্তু—তোমাক যে হেৰুৱালো, তোমাক যে নাপাও সখি— ?

মূলা—কান্দিছা ? তুমি কান্দিছা কিয় ? দুখ নকৰিবা, কাতৰ নহবা, নাকান্দিবা। মই—মই—আশীৰ্ব্বাদ কৰিছোঁ—তোমালোকৰ জয় হব—জয় হব। ঈশ্বৰক প্ৰাৰ্থনা কৰা,—মই যেন আকৌ অসমী আইৰ চৰণৰ-সেৱিকা হৈ জন্মিবলৈ পাওঁ। আজি মোৰ পৰম সৌভাগ্য যে, আইৰ পবিত্ৰ কোলাত মূৰ থৈ মৰিবলৈ পাইছোঁ। সৌৱা, সৌৱা, মোৰ স্বামী-দেৱতাৰ চৰণ-কমলো দেখিবলৈ পাইছোঁ, তেওঁ মোলৈ অপেক্ষা কৰিছে,—বাট চাই আছে। মই যাওঁ,—মোক যাবলৈ দিয়া—মোক এৰি দিয়া—

মাধুৰী—অভাগিনী মাধুৰীক এৰি থৈ যোৱা কলৈ সখি ? তাইৰ আজি আছে কোন ? উস্—

মূলা—(ক্ষীণ স্বৰে) আস্,—অসহ্য ! বৰ অসহ্য ! মাধুৰী—মাধুৰী—সখি—

মাধুৰী—এনে নকৰিবা সখি,—ধৈৰ্য ধৰা—ধৈৰ্য ধৰা।

মূলা—তুমি মোৰ এটা প্ৰাণৰ অনুৰোধ শুনিবা ?

মাধুৰী—কোৱাঁ, শুনিম—শুনিম—সখি—

মূলা—তুমি সেই অনুৰোধ ৰাখিবানে ?

মাধুৰী—কোৱা সখি ! তোমাৰ সেই প্ৰাণৰ অনুৰোধ প্ৰাণপণে ৰক্ষা কৰিম—কোৱঁা,—কোৱা,—।

মূলা—( অতি ক্ষীণ মাতেৰে ) যুদ্ধ, যু-দ্-ধ—

( মূলাৰ মৃত্যু )

মাধুৰী—উস্ কি কৰিলা ? কি কৰিলা ? সখি ! সখি ! উস্—

[ মাধুৰী আউল-বাউলী হৈ কান্দি কান্দি মূলাৰ মৃতদেহত সাৱটি ধৰি পৰি যায়। অসমীয়া সৈন্য সকলৰ মাজত কাঁহ পৰি জীন গ'ল,—কেওফালে সকৰুণ কান্দোনৰ ধ্বনি বাগৰি আহে। ]*

( সমাপ্ত )

* পুথিত প্ৰকাশিত।

( ৫ )

## পতি-ভক্তি

### দৃশ্য—জয়মতীৰ শোৱনি-কোঠা

[ সময় ৰাতি। পালেঙত টোপনিত লালকাল অৱস্থাত লাই-লেচাই ; কাষত বন্তি এগছি জ্বলি থাকে, ওচৰত অতি উদ্বিগ্ন চিতে বহি জয়মতীয়ে গদাপাণিৰ আগমনলৈ বাট চাই থাকে। অলপ সময়ৰ পিচত 'জয়া' বুলি মাতি, গদাপাণি অতি চিন্তিত মনে ধীৰে ধীৰে ভিতৰলৈ সোমাই আহে। ]

জয়া—আহক বঙহৰদেৱ ! আজি ইমান চিন্তিত দেখিছোঁ কেলৈ ?

গদা—চিন্তাৰ কথাই জয়া ! নগৰত শুনিবলৈ পালো,—দেশৰ সকলোবিলাক ৰাজ-কোঁৱৰক ধৰাই আনি ৰজাই অঙ্গক্ষত কৰিবলৈ আদেশ কৰিছে—।

জয়া—( ভীত আৰু আচৰিত হৈ ) অঙ্গঘাত ? উস্, এনে কৰাৰ পৰা লাভ হব কি ?

গদা—তেতিয়া তেওঁ সিংহাসনত নিষ্কণ্টক ভাবে এদনীয়াকৈ ৰাহ ৰাজত্ব কৰিব পাৰিব ; আৰু তেতিয়া দেশৰ অন্যান্য কোঁৱৰে কোনো কালেই সিংহাসনৰ সপোন দেখিবলৈ নাপায়।

জয়া—উস্ ইমান দূৰ ?

গদা—আচৰিত হবলগীয়া একো নাই জয়া ! স্বাৰ্থৰ কাৰণে তাতোকৈ নীচ, ঘৃণিত, জঘন্য কামো কৰিবলৈ কুণ্ঠিত নহয়—এই ৰজা আৰু বিষয়া সকলে।

জয়া—আপোনাৰ ওপৰতো তেনে মাৰাত্মক দণ্ডাদেশ কৰিছে নেকি ?

গদা—নিশ্চয়, নৰাধম চুলিক্‌ফা যিদিনাৰ পৰা সিংহাসনত বহিছে, সেই দিনাৰ পৰাই সি মোকেই কেৱল তাৰ একমাত্ৰ শত্ৰু বুলি ধৰি লৈছে। সেই কাৰণে প্ৰথমে মোকেই ধৰিবলৈ আজি চাওদাংহঁতো অহাৰ কথা আছে।

জয়া—( কন্দনামুৱা হৈ ) তেন্তে, উপায় কি বঙহৰদেৱ ?

গদা—উপায় ? উপায় কৰিবলৈ আছে কি ? মোৰ ভাগ্যত যি লিখা আছে,—সেয়ে হব জয়া !

জয়া—আপুনি কেৱল ভাগ্যক ধিয়াই, মনে মনে হাত সাৱটি বহি থাকিলেই হবনে বঙহৰদেৱ ?

গদা—মোক কি কৰিবলৈ কোঁৱা তেনে ?

জয়া—আপুনি বীৰ, আপুনি ৰাজপুত্ৰ। আপুনি ইয়াৰ উচিত ব্যৱস্থা কৰি ৰক্ষা পৰাহে আপোনাৰ একান্ত কৰ্ত্তব্য।

গদা—ব্যৱস্থা ? কি ব্যৱস্থা কৰিম জয়া ?

জয়া—আপুনি আজি এই ৰাতিয়েই ইয়াৰ পৰা পলাই আঁতৰি যাওঁক,—নহলে উপায় নাই।

গদা—কি ? মই পলাই যাম ? ছিঃ ছিঃ ! মোক এইবোৰ কি পৰামৰ্শ দিছা জয়া ? মই বীৰৰ বংশত জন্ম লৈ প্ৰাণৰ ভয়ত পলাম ?

জয়া—নহলে যে অন্য একো উপায়ৰ বাট নাই— ?

গদা—তথাপিও বংশৰ অটুট মান-মৰ্য্যদা, চিৰ গৌৰৱ-নষ্ট কৰিব নোৱাৰো। এনে অন্যায় পৰামৰ্শ দি মোক লাজ নিদিবা জয়া গদাপানিয়ে প্ৰাণ দিব, সি নপলায়—কদাপিও নপলায়—।

জয়া—আপোনাৰ উদ্দেশ্য কি বঙহৰদেৱ ?

গদা—মই সম্মুখ সংগ্ৰামত প্ৰাণ থাকে মানে যুঁজি, পাৰিলে এসেকা দিম—নতুবা সিহঁতৰ হাততেই প্ৰাণত্যাগ কৰিম। তথাপিও কাপুৰুষ-অপদাৰ্থৰ দৰে পলাই বংশৰ সম্মান লাঘৱ নকৰো।

জয়া—আপুনি অকলেই ইমানবিলাক সৈন্য-সামন্তৰ লগত যুঁজি লাভ হব কি ? মোৰ কাতৰ অনুৰোধ, শুনক, আপুনি এই আত্মঘাতী নীতি পৰিত্যাগ কৰক—।

গদা—( চিন্তিত হৈ ) জয়া ! জয়া !

জয়া—চিন্তিত নহব। ই মোৰ নিমিত্তে নহয়, শুই থকা আমাৰ সৌ



পোনাহঁতৰ বাবে নহয় আৰু আপোনাৰ নিজৰ নিমিত্তেও নহয় ; অন্যায়-ব্যভিচাৰ গুচাবলৈ আৰু সমগ্ৰ অসমৰ ভবিষ্যতৰ মঙ্গলৰ বাবেহে—ই আপোনাৰ একমাত্ৰ ন্যায়সঙ্গত লক্ষ্য আৰু কৰ্তব্য বুলি ভাবক।

গদা—মোক তুমি কলৈ নিবলৈ ধৰিছা জয়া ? মই যে সিহঁতৰ সৈতে যুঁজিবলৈ প্ৰস্তুত হৈছোঁ ?

জয়া—দেশৰ অন্যায়-অত্যাচাৰ,—আৰু মহাপাপৰ সমুচিত প্ৰায়শ্চিত্ত কৰিবলৈকে আপুনি জীয়াই থাকিব লাগিব ; নহলে ইন্দ্ৰবংশী আহোম কূলৰ উজ্জ্বল গৌৰৱ-ৰবি চিৰদিনলৈ মাৰ যায়—যায়—

গদা—কিন্তু, গদাপাণিয়ে এনে ভাবে পলাই গলে তাৰ মান-সন্মান থাকিব ক'ত ? জগতে কব,—গদাপাণি ভীৰু-কাপুৰুষ, অপদাৰ্থ পলৰীয়া—! কোৱাঁ-কোৱাঁ, মই সেই নীচ কলঙ্ক-কালিমা গুচাব পাৰিম কেনেকৈ ?

জয়া—মোৰ বিশ্বাস, আপুনি দেশৰ এই সৰ্ব্ব স্বাৰ্থ স্বত্ব ৰক্ষাৰ অৰ্থে পলালেও—জগতে ঘৃণা নকৰে ; বৰঞ্চ আপোনাক আশীৰ্ব্বাদ কৰিব,—ভাল পাব।

গদা—কিন্তু, মই সকলো বিপদ-আপদৰ কথা জানিও তোমালোকক বাঘৰ চুঙত এই ভাবে এৰি থৈ যাওঁ কেনেকৈ ? মোৰ অবিহনে তোমালোকক চাব কোনে ? মইনো শান্তি পাম ক'ত ?

জয়া—আমাৰ বাবে চিন্তা নকৰিব। ঈশ্বৰ আছে,—সেই ঈশ্বৰেই আমাক বিপদে আপদে ৰক্ষা কৰিব। ভাবি চাওক, আপুনি দেশৰ এই মহা দুৰ্দ্দিনত ক্ষুদ্ৰ মায়া-মমতাত ডুব গৈ থাকিলে,—ভবিষ্যৎ জাতীয়-বুৰঞ্জীৰ পাতে পাতে এই কলঙ্কৰ চেকা জিলিকি নাথাকিবনে ?

গদা—অৱশ্যে তোমাৰ কথা সঁচা ; আমাৰ জাতীয় বুৰঞ্জীৰ গৌৰৱ

জীয়াই ৰাখিবলৈকে, মই পৰাপক্ষত জীয়াই থাকিব লাগিব, মই যাবই লাগিব।

জয়া—ভাবি চাওক, আপুনি ভীৰু-কাপুৰুষৰ জীৱনলৈ জগতলৈ অহা নাই। এই জীৱন-মৰণৰ সন্ধিক্ষণত মন স্থিৰ কৰি, প্ৰাণত অতল বিশ্বাস লৈ, লক্ষ্যৰ বাটত বাটবুলি যাওক; পৰম পিতা-পৰমেশ্বৰে আপোনাক সহায় কৰিব,—এদিন আপোনাৰ জয় হব, সত্যৰ সদায় জয়।

গদা—তোমাৰ কথাই হওক জয়া! মই যাম,—মই আমাৰ মুক্তিৰ উপায় কৰিম। কিন্তু যাওঁ কেনেকৈ? বাটত শত্ৰু পক্ষৰ শেনচকুৰা সেই পালি-প্ৰহৰীইঁত?

জয়া—সেইবাবে চিন্তা নকৰিব—মোক খন্তেক ভাবিবলৈ দিয়ক। (অলপ ভাবি) অ' হয়-হয়, কালি সেই জবকাৰ চফলু নগাই তাৰ হোৰা আৰু কাপোৰ-কাণিবোৰ আমাৰ ইয়াতেই থৈ গৈছে নহয়। ঠিক এইয়ে—একমাত্ৰ উজু উপায়। আপুনি সেইবোৰকে পিন্ধি নগাৰ ছদ্মবেশত নগৰৰ বাজ পাৰ হব পাৰিব; আপোনাক চিনিবলৈ কাৰো সাধ্য নহব,—তাকে কৰক—তাকে কৰক।

গদা—বাৰু, সেয়ে হওক, সোনকালে আনা জয়া! মই যাওঁ—সোনকালে যাওঁ।

(জয়মতীয়ে ভিতৰলৈ গৈ নগাৰ সাজ-পোছাক আৰু হোৰা আদি আনি গদাপাণিক দিয়ে)

গদা—তুমি মোক নিজ হাতে পিন্ধাই দিয়া জয়া!

(জয়মতীয়ে এটা এটাকৈ সেইবোৰ পিন্ধাই দিয়ে)

জয়া—এতিয়া আপোনাক চিনিবলৈ কাৰো সাধ্য নাই; আপুনি যাওক—পলম নকৰিব।

গদা—যোৱাৰ আগতে এবাৰ মোৰ পোনাইঁতকো প্ৰাণভৰি চাওঁ।

(লাই-লেচাইৰ ওচৰলৈ আগবাঢ়ি গৈ মূৰত ধৰি আশীৰ্ব্বাদ কৰে; তেওঁক



অতি শোকাতুৰ হোৱা দেখা যায়।) উস্ জয়া! জয়া! মই তোমালোকক এৰি থৈ এইভাৱে কলৈ যাবলৈ ওলাইছোঁ? মই যাওঁ কেনেকৈ? উস্, যাওঁ কেনেকৈ?

জয়া—আপুনি ইমান অধৈৰ্য্য নহব,—ধৈৰ্য্য ধৰক; এবাৰ দেশৰ ভৱিষ্যতৰ কথা ভাবক। যাওক, মই মূৰৰ চুলি ছিঙি ছিঙি ঈশ্বৰক কাতৰ প্ৰাৰ্থনা কৰিছোঁ,—তেওঁ যেন বিপদে আপদে আপোনাৰ সহায়-সাৰথি হয়। মোৰ বিশ্বাস,—এদিন এই জগতত আপোনাৰ নাম-যশস্যাৰৈ বৈ যাব।

গদা—জয়া! জয়া! তোমাৰ এই প্ৰাণৰ কামনা,—আশীৰ্ব্বাদ কৰচ বুকুত সাৱটি লৈ যাওঁ। যাবৰ বেলিকা মই চন্দ্ৰ-সূৰ্য্য, গ্ৰহ-তৰা, দেৱ-দেৱী সকলকো সাক্ষী কৰি কৈ যাওঁ, এদিন পাপাত্মা চুলিকৃফা আৰু কুমন্ত্ৰণাকাৰী মন্ত্ৰী-বিষয়াইঁতৰ পাপৰ উচিত প্ৰায়শ্চিত্ত কৰিম। প্ৰাণপণে ইন্দ্ৰবংশী আহোম সাম্ৰাজ্যৰ পবিত্ৰ সিংহাসন চিৰ পবিত্ৰ কৰি থম—নতুবা সম্মুখ সমৰত প্ৰাণ দিম। মই যাওঁ, মোক বিদায় দিয়া জয়া—

জয়া—(করুণ স্বৰ) যা—ও—ক—

[জয়মতীয়ে স্বামীৰ ভৰি দুখনিত ধৰি সেৱা কৰে; গদাপাণিয়ে চেনেহৰ আলিঙ্গন দি ধীৰে ধীৰে গুচি যায়।]

(পট পৰিবৰ্ত্তন)

**দৃশ্য—ৰাজসভা।**

(সিংহাসনত ল'ৰা ৰজা, নিজ নিজ আসনত বুঢ়া গোহাঁঞি আদি মন্ত্ৰী বিষয়া সকল।)

সকলোৱে—(একেস্বৰে) জয় স্বৰ্গদেৱৰ জয়!

ৰজা—ডাঙৰীয়াসকল! মোৰ প্ৰধান শত্ৰু সেই লাঙি-গদাপাণিক ধৰা হলনে?

( সকলো নিমাত )

আপোনালোকে ইমান নীৰবে থাকিলে কিয় ? তেন্তে—তেন্তে —এতিয়াও গদাপাণিক ধৰিব পৰা নাই ? উত্তৰ দিয়ক,—মোক উপযুক্ত উত্তৰ লাগে—কওক।

বুঢ়া গোহাঁঞি—কবলৈ দুখ লাগে স্বৰ্গদেৱ! আমাৰ সৈন্য-সামন্তহঁত যোৱাৰ আগে আগেই গদাপাণি পলাল।

ৰজা—( ক্ৰোধান্বিত হৈ ) কি কলে গদাপাণি পলাল ? গদাপাণি নাই ? গদাপাণি বন্দী কৰি আনিব নোৱাৰিলে ? উস্ ইমান অপদাৰ্থ, অকৰ্ম্মণ্য, দায়িত্ব-জ্ঞানহীন—মোৰ এই বিষয়াসকল ? মই আজি কাক বিশ্বাস কৰিম,—কোন মোৰ আপোন, কোন মোৰ পৰ! গদাপাণিয়ে আমাৰ ইমান গোপন, ইমান গুৰুত্বপূৰ্ণ অভিসন্ধিৰ সন্তেদ্ কাৰ্য্যৰ আগে আগেই জানিলে কেনেকৈ ?

বুঢ়া গোহাঁঞি—অৱশ্যে মইও বৰ আচৰিত হৈছোঁ স্বৰ্গদেৱ! গদা-পাণিয়ে আমাৰ কাৰোবাৰ পৰা এই গুৰুত্বপূৰ্ণ বিষয়ৰ সন্তেদ নাপালে, ইমানবোৰ পালি-প্ৰহৰীয়াৰ চকুত ধূলি দি নগৰত বাজ হব পাৰে কেনেকৈ ?

ৰজা—এতিয়া কেৱল আচৰিত হলেই নহব ডাঙৰীয়া! যি ভাবেই হওক, মোক সেই গদাপাণিক লাগে, লাগে, মোৰ চিকাৰৰ পৰা পলাই সাৰিব ক'ত ?

বৰ গোহাঁঞি—স্বৰ্গদেৱ! আপুনি নিচিন্ত হওক; আমাৰ ইমান শত সহস্ৰ পালি-প্ৰহৰীয়াহঁতৰ আগত সি লুকাই ৰক্ষা পৰে ক'ত ? আমি অতি শীঘ্ৰে তাক ধৰি আনি উপযুক্ত শাস্তিৰ বিধান কৰিব পাৰিম।

ৰজা—মই ইমান তো নিচিন্তিত হৈ থাকিম কেনেকৈ ডাঙৰীয়া! উস্ মোৰ প্ৰধান শত্ৰুক এইভাবে জুকাই লৈ এগুণ টেঙৰহে কৰিলো। সি নিশ্চয় মোৰ মাজ তালুত দংশন কৰিবলৈ অপেক্ষা কৰিছে।



আজি মোৰ প্ৰতি পলকে, প্ৰতি মুহূৰ্ত্তে, অভূতপূৰ্ব্ব বিপদ-শিখা ৰচনা কৰিছে; তাৰ লগে লগে পাষাণী নিয়তিয়েও যেন মোক উপহাস কৰি হাঁহি হাঁহি কৈছে—'চুলিক্‌ফা! মিছা, তোৰ সপোন মিছা।' উস্! গদাপাণি পলোৱাৰ বাতৰি শুনাৰ পূৰ্ব্বেই মোৰ মৃত্যু নহ'ল কিয় ?

বৰগোহাঁঞি—স্বৰ্গদেৱ! ধৈৰ্য্য ধৰক, আমি ইয়াৰ সদুপায় কৰিছোঁ।

ৰজা—উপায় ? আপোনালোকে কি উপায় কৰিছে ডাঙৰীয়া ?

বৰগোহাঁঞি—গদাপাণিৰ প্ৰকৃত বাতৰী উলিয়াবলৈ তেওঁৰ ভাৰ্য্যা জয়মতীকো চ'ৰাত অনাই থোৱা হৈছে। মোৰ বিশ্বাস জয়মতীয়ে স্বয়ং স্বৰ্গদেৱৰ সন্মুখত কেতিয়াও মিছা মাতিব নোৱাৰিব।

ৰজা—তেওঁক আনিবলৈ আদেশ কৰক ডাঙৰীয়া!

বৰগোহাঁঞি—দুৱৰীবৰুৱা! স্বৰ্গদেৱৰ আদেশ,—জয়মতীক তুৰন্তে সভাত উপস্থিত কৰাব লাগে—।

[ দুৱৰী বৰুৱাৰ হাতৰ ইংগিত মতে প্ৰহৰীহঁতে জয়মতীক সভালৈ লৈ আহে। একাষত থিয় হৈ জয়মতীয়ে অন্যফালে চাই থাকে। ]

বৰগোহাঁঞি—জয়মতী! তুমি এগৰাকী অত্যন্ত সম্ভ্ৰান্ত বংশীয় জীয়াৰী আৰু কোঁৱৰ বংশৰ বোৱাৰী। আমি তোমাক এইভাবে ৰাজ-চ'ৰালৈ আনিবলগীয়া হোৱাত, কিমান যে অপমান বোধ কৰিছোঁ, তাক কোৱা বাহুল্য। কিন্তু তোমাক বাৰে বাৰে তোমাৰ স্বামীৰ বাতৰি সুধিও সন্তোষজনক উত্তৰ নাপাই, অগত্যা তোমাক এইভাবে আনিবলৈ বাধ্য হলো। এতিয়া তোমাৰ ভবিষ্যতৰ ফালে লক্ষ্য ৰাখি, তোমাৰ স্বামীৰ সঠিক্ বাতৰি দি গুচি যোৱা।

( জয়মতী নিমাত )

বৰগোহাঁঞি—কি নামাতা ? এতিয়াও সেই অভিমান ? শুনা, ৰাজ-নীতিৰ কঠোৰ দায়িত্ব-বোজা অতি গধুৰ আৰু অতি কঠিন। যদি নিজৰ মঙ্গল কামনা কৰা,—সত্য কথা স্বীকাৰ কৰি ৰক্ষা পৰা।

বুঢ়াগোহাঁঞি—জয়মতী ! মনত ৰাখিবা, দেশদ্ৰোহিতাৰ শাস্তি-দণ্ড অতি কঠোৰ—অতি ভয়ঙ্কৰ। আমি তোমাৰ পৰা তেনে অসহনীয় পৰিস্থিতি কেতিয়াও কামনা নকৰো। তুমি গদাপাণিৰ বাতৰি দি, স-সম্মানে গুচি যোৱা,—আমাক বিভ্ৰান্ত কৰি নুতুলিবা।

( পুনৰ জয়মতী নিৰুত্তৰ হৈ অন্য ফালে মুখ ঘূৰায় )

বৰগোহাঁঞি—ইমানতো নকলা ? তেন্তে শুনা, ন্যায় বিচাৰত আৰু স্বৰ্গদেৱৰ ওচৰত মতা-মাইকী উভয়ৰ শাস্তি-দণ্ড সমান। তুমি তিৰুতা বুলি ৰাজদ্ৰোহ অপৰাধৰ পৰা কোনো মতেই অব্যাহতি নাপাবা। মনত ৰাখিবা, বিচাৰত পুৰুষৰ যি শাস্তি-দণ্ড, তিৰুতা মানুহৰ সেই একে শাস্তি-দণ্ড। তিৰুতা বুলি স্বৰ্গদেৱৰ পৰা কোনো প্ৰকাৰৰ দয়া, অনুগ্ৰহ, ক্ষমাৰ ভাগ নাপাবা। এতিয়াও কওঁ,—গদাপাণিৰ সঠিক্ বাতৰি কৈ দিয়া—

জয়মতী—( খং মনে ) মই নকওঁ।

ৰজা—( খঙেৰে ) মোৰ আদেশ, তুমি কবই লাগিব।

জয়মতী—এই কথা উচ্চাৰণ কৰাৰ আগতে, স্বৰ্গদেৱৰ নিজৰ অধঃপতনৰ ফালেও ভাবিচোৱা নিতান্তই উচিত আছিল। মোক ৰাজসভালৈ ধৰাই আনি, এই ভাবে লাঞ্ছিতা কৰিলেও, শৰীৰত এটোপা জীয়া তেজ থকালৈকে, মই মোৰ স্বামীৰ বাতৰি নিদিওঁ।

ৰজা—সাৱধানে কথা কবা জয়মতী ! তুমি কাৰ আগত এই কথা কৈছা জানানে ? মই তোমাৰ এই দাম্ভিকতাৰ উপযুক্ত প্ৰতিকাৰ কৰিম—যদিহে প্ৰকৃত কথা কই আমাৰ সম্মান ৰক্ষা নকৰা।

জয়মতী—বোধকৰো স্বৰ্গদেৱে নাজানে—এই জয়মতী কি কঠিন ধাতুৰে নিৰ্ম্মিতা ?

ৰজা—জয়মতী ! মই তোমাৰ অবান্তৰ-অসঙ্গত বক্তব্য শুনিবলৈ ইচ্ছা নকৰো। এতিয়াও কওঁ,—তুমি তোমাৰ স্বামীৰ সঠিক বাতৰি কৈ দিয়া—তেওঁ আছে ক'ত, গৈছে কলৈ ? যদি মোৰ আদেশ লঙ্ঘন কৰা,—তেতিয়া—তেতিয়া.....



জয়মতী—তেতিয়া শাস্তি,—কঠোৰ শাস্তি, এয়েতো ? দিয়ক স্বৰ্গদেৱ ! আপোনাৰ কল্পনাতীত শাস্তি-দণ্ড আদেশ কৰক ; মই তথাপিও মোৰ স্বামীৰ বাতৰি নিদিওঁ।

ৰজা—তুমি নিদিয়া ?

জয়মতী—নিদিওঁ, নিদিওঁ, নিদিওঁ।

ৰজা—( উত্তেজিত হৈ ) দুৱৰী-বৰুৱা !

দুৱৰীবৰুৱা—( সেৱা কৰি ) স্বৰ্গদেৱ— !

ৰজা—গাঠি হাজৰিকাক প্ৰহৰী সহ এতিয়াই আহিবলৈ কোৱা !

দুৱৰী বৰুৱা—ভাল স্বৰ্গদেৱ।

( দুৱৰী বৰুৱাই আগবাঢ়ি গৈ প্ৰহৰী সহ গাঠি হাজৰিকাক আহিবলৈ সঙ্কেট দিয়ে,—সেই মতে তেওঁলোক আহি স্বৰ্গদেৱক সেৱা জনাই আদশলৈ অপেক্ষা কৰে )

ৰজা—হাজৰিকা ! এই জয়মতীক তোমাৰ দায়িত্বত দিয়া হৈছে ; যি ভাৱেই হওক, সকলো প্ৰকাৰৰ শাস্তি-দণ্ড কৰিও তাইৰ মুখৰ পৰা গিৰীয়েকৰ সঠিক বাতৰি উলিয়াবই লাগিব।

গাঠি হাজৰিকা—স্বৰ্গদেৱ-ঈশ্বৰৰ যি আজ্ঞা।

ৰজা—আৰু শুনা, মোৰ এই আদেশৰ প্ৰতি অৱহেলা কৰিলে, তোমালোকৰো ৰক্ষা নহব। যোৱা, লৈ যোৱা— ।

[ গাঠি হাজৰিকা আৰু প্ৰহৰীইতে স্বৰ্গদেৱক সেৱা জনাই জয়মতীকে লৈ যায়। সকলোৱে চিন্তিত মনে তলমূৰ কৰি থাকে আৰু ৰজাকো বৰ অধৈৰ্য্য হোৱা ভালকৈ পৰিলক্ষিত হয়। ]

ৰজা—উস্ এজনী সামান্য তিৰুতাৰ ইমান গৰ্ব্ব,—ইমান অভিমান ! মই আজি কাকো ক্ষমা নকৰিম। কঠোৰ শাস্তি-দণ্ডত তিল্‌তিল্‌কৈ পুৰি-মাৰি সকলোকে দেখুৱাম—ৰজাৰ কিমান শক্তি। ডাঙৰীয়া সকল ! মই আপোনালোককো সাৱধান কৰি দিছোঁ যে, কৰ্ত্তব্যৰ প্ৰতি অৱহেলা কৰিলে, প্ৰত্যেকেই কঠোৰ শাস্তি-দণ্ড

ভোগ কৰিব লাগিব। যাওক, গদাপাণিক যে কোনো উপায়ে ধৰি অনাৰ সদুপায় কৰকগৈ,—নহলে মোৰ শান্তি নাই—নাই—

( আঁৰ কাপোৰ )

—পট পৰিবৰ্ত্তন—

**দৃশ্য—জেৰেঙাপথাৰৰ মাজ।**

[ এজোপা গছত বান্ধি চাওদাংহঁতে জয়মতীক শাস্তি দিব ধৰেলৈ। অতি ক্ষীণ আৰু অস্পষ্টভাবে জয়মতীয়ে বাৰে বাৰে ওপৰলৈ চাই চাই "হে ঈশ্বৰ! হে প্ৰভো! হে করুণাময়!" বুলি উচ্চাৰণ কৰা শুনা যায়। )

১ম চাওদাং—হেৰহঁক! চাচোন, এই জনীক এই কেইদিন কিমান নগুৰ শাস্তি কৰিছোঁ, তথাপিও মুখৰ মাত এষাৰো উলিয়াব নোৱাৰিলো এঁকা— ।

২য় চাওদাং—এৰা ঐ! এনেকুৱা অসতী তিৰী ক'তো দেখাও নাই, শুনাও নাই পাই। মোৰ মনেৰে এইৰ গাত নিশ্চয় কিবাকিবি এসোপা যাদু-মন্ত্ৰ আছে; নহলে আমাৰ ইমানবোৰ মাৰ-কিলতো জীয়াই থাকিব পাৰেনে অ'?

৩য় চাওদাং—হেৰ, নেদেখিলি তথাপিও আমাৰ হাজৰিকা-দেউতাৰ মানত এইবোৰ একোৱেই হোৱা নাই হেনো। চাচোন, আমাৰ চামতা-সৌকা বেতৰ কোবত তাইৰ পিঠিটো ফাটি, গেলি-পঁচি উৱলি গ'ল, তাত সৌৱা ভেন্ ভেন্ মাখিয়ে পেন্ পেন্ কণি পাৰিবলৈ ধৰিছে, তেওঁ বোলে ডবাটো নাফাটে মানে বাই থাকিব লাগে। সেইপাতে আজিবা কি ওভতা মৈত উঠেহি—

১ম চাওদাং—হেৰ পহুখোৱা! মুখ আছে বুলি বৰকৈ কেপ্ কেপাই নাথাকিবিচোন,—অলপ মনে মনে থাক। কেনেবাকৈ বাপেৰে আহি শুনিলেহি, কাঠচৰত পহুখোৱা গুচি দাঁতভগা নাম পাবি, গম পোৱা নাই হবপায়। হেৰ, মানুহ মৰাত আমাৰ হাজৰিকা-দেউতাৰ কিমান নাম বৈ বৈ আছে শুনা নাইনে?



২য় চাওদাং—এৰাঐ, মানুহক নগুৰ-শাস্তি কৰি মাৰিবলৈকে এওঁৰ হ'ল। আমাৰ স্বৰ্গদেৱ ঈশ্বৰেও এওঁক ভাল বাছি উলিয়ালে। চাচোন, সেইদিনা সেইটোক নচঁচা শূলত পিং দি কিমান শাস্তিৰে মাৰিলে। মোৰ হলে বৰ ভয় লাগে পাই—

৩য় চাওদাং—( দূৰলৈ চাই ) সৌৱা, তেওঁ ইয়ালৈকে আহিছে। হেৰ, উঠ—উঠ—আজিহে—আজি—

১ম চাওদাং—ল, ল, চুৰাট ল, চামতা ল, শাস্তি কৰ—; নহলে ৰাইখ নহব আজি—ঠিক্ বুজিবি।

১ম চাওদাং—( জয়মতীক কুবাই কুবাই ) হেৰ, ভালে ভালে ক-ক, তোৰ গিৰিয়েৰ কলৈ গ'ল?

২য় চাওদাং—হেৰ জয়মতী! তই নামাতি ৰণ জিকিবলৈ আহিছ নহয়নে? নকৱনে? নকৃৱনে? ( মাৰে )

৩য় চাওদাং—এইবাৰ চুৰাটেৰে কোবাওঁ ধৰ—ধৰ—

চুৰাটেৰে কোবাবলৈ ধৰে )

১ম চাওদাং—মই এই আমৰলীৰ বাহঁটো গা মূৰে ভাঙি দি কামোৰাও বহ—বহ—। চাও বাৰু, তাই সৈ কাঢ়েনে নাকাঢ়ে—

( সেইদৰে কৰে )

২য় চাওদাং—দেখিছনে হঁক! তথাপিও লৰচৰেই নাই। উস্ কটা, কি আপদে পালে; এইনো মুখৰ সামান্য কথা এষাৰো কব নাপায়নে বাৰু—

৩য় চাওদাং—ধৰ, এইবাৰ কাঁইটেৰে খুঁচি খুঁচি সৈ কঢ়াও।

( কাঁইটেৰে খুঁচি খুঁচি শাস্তি কৰে )

জয়মতী—উস্ দয়াময়!—ঈশ্বৰ!—প্ৰভো!—

( গাঠি হাজৰিকা আহি চাবলৈ ধৰে, চাওদাং হঁতে তেওঁক সেৱা কৰি ভয়ে ভয়ে থিয় দি থাকে )

গাঃ হাজৰিকা—কিবা বাতৰি উলিয়াব পাৰিলিনে?

১ম চাওদাং—দেউতা! আমি মাৰি মাৰি ভাগৰি পৰিছো,—তথাপিও লৰচৰেই নাই।

গাঃ হাজৰিকা—কটাযোৱাহঁত! এতিয়াও মুখৰ মাত এবাৰো উলিয়াব নোৱাৰিলিনে? উস্ গোসাই! ইহঁতৰ দোষত, মইও ৰজাৰ ৰৰশীত উলমিবলৈ পাম এতিয়া! কি বিপদ! হেৰ, এতিয়ালৈকে কি কি শাস্তি কৰিলি, মোক এটা এটাকৈ হিচাব দেচোন।

২য় চাওদাং—দেউতাৰ আদেশ মতে চামতা সৌকাৰে কেবাই কোবাই পিঠি ফালি ছিৰাছিৰি কৰিলো, চুবাটেৰে কুবাই পানী ঢালি ৰং চালো, আমৰলীৰ বাহঁ ভাঙি দেখৰে কামোৰালো, কাঁইটেৰে ভৰিৰপৰা মূৰলৈকে খুঁচি খুঁচি তেজৰ নৈ বোৱালো।

গাঃ হাজৰিকা—ওঁ, তাৰ পিছত?

৩য় চাওদাং—তাৰ পিছত দেউতা! পিঠিত ধেপেচ্ ধেপেচ্ গেজেলা ভুকু দি পিঠিটো গেলাই পেলালো। সিমানতো কেৰেপেই নকৰিলে। আমি এতিয়া ভাগৰি পৰিছো দেউতা! কি কৰে কৰক—দেউতা—।

গাঃ হাজৰিকা—হেৰ, তেনেহলে এতিয়াও তাইৰ গাত উতলা গৰম পানী আৰু কোৰ্ তপতাই দিয়াই নাই, নহয়নে?

চাওদাংহঁত—হয় দেউতা! নাই দিয়া—

গাঃ হাজৰিকা—আৰু গেলা ঘাবোৰতো চেঙাতেল মাৰি নগুৰ শাস্তি কৰা নাই, নহয়নে?

১ম চাওদাং—দেউতাৰ আদেশ পালেই কৰিব পাৰো—

গাঃ হাজৰিকা—কটাযোৱাহঁত! মই আকৌ কবহে লাগেনে? অ' ভালেহে কাম হোৱা নাই, আচল শাস্তিবোৰ হোৱাই নাই। হেৰহঁক, যা, তুৰন্তে পানী উতলাই আন, কোৰ্ এখনো তপতাই ৰঙা কৰি আনিবি। চাওঁচোন, আজি কাম হয়নে-নহয়—; সিমানতো তাই গিৰিয়েকৰ কথা কয়নে-নকয়।

( চাওদাংবোৰে গৰম পানী, তপত কোৰ্ আদি আনিবলৈ গুচি যায়। গাঠি হাজৰিকাই জয়মতীৰ ওচৰ চাপি থৰ্ লাগি চাই থাকি কবলৈ ধৰে )

গাঃ হাজৰিকা—হেৰ জয়মতী। তই ভালে ভালে তোৰ নৰজা গেলা গপটো এৰি পেলা। তই এই গাঠি হাজৰিকাৰ আগত ইমানটো গেলাগপ্ দেখুৱাবলৈ নাহিবি বুজিছনে? তই নাজাননে, ৰজাঘৰীয়া শাস্তিত এই গাঠি হাজৰিকাৰ নাম-যশস্যা কিমান দৰে পতিত পাৱন হৈ আছে? চা, তোৰ জীৱন এতিয়া মোৰ এই হাতৰ মুঠিত। তই ভালে ভালে গিৰিয়েৰৰ কথা কৈ দে,—কৈ দে। ( অলপ বৈ ) কি, নকলি? বেছ, তেন্তে শুন,—তই আজি হয় প্ৰকৃত কথা স্বীকাৰ কৰিব লাগিব,—নহয় মৰিব লাগিব; এতিয়া এই দুটাৰ এটা বাছি ল,—মই এতিয়াও সময় দিছোঁ।



( তপত তেল, তপত পানী আৰু তপত কোৰ্‌লৈ চাওদাংহঁত পুনৰ আহে। )

১ম চাওদাং—দেউতা! এইয়া উতলা গৰম তেল—

২য় চাওদাং—দেউতা! এইয়া বক্ বক্কৈ উতলা গৰম পানী—

৩য় চাওদাং—দেউতা! এইখন তপত কোৰ্—

গাঃ হাজৰিকা—দে, এটা এটাকৈ তাইৰ গাত লগাই দে; চাওঁ বাৰু কিমান পৰ সহিব পাৰে—

( চাওদাংহঁতে তেনেকৈ জয়মতীৰ গাত লগাই দি নগুৰ শাস্তি কৰিবলৈ ধৰে। )

জয়মতী—উস্ প্ৰভো!—দয়াময়!—পৰমেশ্বৰ!—

গাঃ হাজৰিকা—ক, ক, গিৰিয়েৰ কলৈ গ'ল?

( জয়মতী অজ্ঞান অৱস্থাত ঢলি যায়,—চকু দুটা লাহে লাহে মুদ্ খাই যাবলৈ ধৰে )

১ম চাওদাং—( জুমি জুমি চাই ) দেউতা! দেউতা! চাওকচোন—, এইয়া তাইৰ চকু দুটা তেনেই মুদ্ খাই গ'ল একাঁ—?

গাঃ হাজৰিকা—( ভালকৈ চাই ) ওঁ, এওঁৰ ফালে পৰালিয়েই পৰিলে, কথা খটমেই হ'ল একাঁ? হেৰহঁক, চাই আছ কি? বেগেতে গাৰ বছিবোৰ কাটি দি পলা—পলা—

( গাৰ বছিবোৰ কাটি থৈ চাওদাংবোৰৰ সৈতে গাঠি হাজৰিকা তাৰ পৰা বেগাবেগিকৈ পলাই যায়। জয়মতীয়ে অজ্ঞান অৱস্থাত ছটফটাই থাকি অতি ক্ষীণ স্বৰে এধাৰি দুধাৰিকৈ কবলৈ ধৰে। )

জয়মতী—( অস্পষ্ট ভাৱে ) হে প্ৰভো ! মোৰ স্বা—মী—ক, ৰ—ক্ষা—ক—ৰা, ৰ—ক্ষা—ক—ৰা—( মৃত্যু )

( কেওকালে অসংখ্য মতা-মাইকী মানুহৰ জাকি জাকি উকলি, জয়ধ্বনি হয়। লগে লগে আঁতৰৰ পৰা কাবোবাৰ করুণ ক্রন্দনৰ ধ্বনিও সঘনে ভাঁহি আহে। গাঁৱৰ অগনন তিৰুতা সকলে আহি জয়াৰ মৃত গাৰলৈ ফুল চতিয়াই চতিয়াই আঁঠুলৈ সমস্বৰে গায়। )

ঘোষা

হে আই জয়মতী ; কিনো যাতনা সহি
ৰাখিলা কীৰিতে হে ॥

পদ

ক'তে এৰি গ'লা প্ৰাণৰে পুতলা—
লাই-লেচাই দুটি অনাথ কৰিহে।
গছৰ ডালে ডালে কপৌটি বিনালে
জয়াৰে কাহিনী কই কান্দি-কাতিহে।
কলৈ গ'লা বুলি স্বামী গদাপানি—
কান্দিছে উচুপি ইনাই বিনাই হে।
এটুপি দুটুপি তেজে তিনি টুপি,
জেৰেঙাৰ বিৰিঙা গলা ৰঙা কৰিহে।
'জয়া-জয়া' বুলি দিয়াহে উকলি,
জাগিব অসমী সুষমা জননীহে।
( আঁৰ কাপোৰ )

[ সমাপ্ত ]

( ৬ )

## আপদীয়া ৰাতিটো

### দৃশ্য—আঘোনীৰ ভগা-পঁজা

[ আঁউসী এন্ধাৰ ৰাতি। কেওপিনে নীৰৱ-নিস্তব্ধ-গহীনতা। মাজে মাজে অ'ত ত'ত দুই-এঠাইত কাবোবাৰ করুণ বিননি শুনা যায়। আঘোনী বাইৰ জীৰ্ণহীন ভগাপঁজাৰ এখন বাহঁৰ চাঙত, টোপনিত লাল-কাল হৈ লাই-লেচাই শুই থাকে, কাষত বহি ধাইমাক আঘোনীয়ে ভয়-চিন্তা-দুখত অধৈৰ্য্য হৈ বেজাৰত চকুপানী টুকি টুকি লাই-লেচাইক বিছি দিয়ে। ওচৰত টিমিক্-টামাকৃকৈ এটা মিঠাতেলৰ মাটি-চাকি জ্বলি থাকি পজাঁটো পোহৰাই আছে। হঠাৎ এবাৰ লাইয়ে টোপনিৰ পৰা সাৰপাই বৰ ব্যাকুল ভাৱে "আইতা ! আইতা !" বুলি চিঞৰিবলৈ ধৰে। আঘোনীয়ে সেই অৱস্থাত উপায় নাপাই লাইৰ গাত ধৰি ধৰি "শুই থাকা, শুই থাকা সোণ" বুলি মূৰত হাত ফুৰাই ফুৰাই সান্ত্বনা দিয়ে। ]

লাই—( ব্যাকুল ভাৱে ) আইতা ক'ত ? আমাৰ আইতা ?

আঘোনী—( গাত হাত ফুৰাই ) আইতা আহিব নহয় ; তুমি শুই থাকা সোণ ! ভয় নকৰিবা,—এইয়া মই কাষতে আছোঁ নহয়—

লাই—বাই ! তুমি কালিও কৈছিলা—আমাৰ আইতা আহিব বুলি, আজিও কৈছা আইতা আহিব ; কিন্তু ক'তা,—এতিয়াও আমাৰ আইতা অহা নাই কেলৈ ?

আঘোনী—( চকুলো টুকি ) আইতাই আমাৰ দেউতাক বিচাৰি গৈছে, তেওঁ দেউতাক লৈ সঁচাকৈয়ে ঘূৰি আহিব নহয়। তুমি এতিয়া মনে মনে শুই থাকা সোণ ! এইয়া মই বিছি দিওঁ।

লাই—( আঘোনীৰ মুখৰ পিনে চাই ) বাই ! তুমি কান্দিছা ? তুমি এনেকৈ কান্দিছা কেলৈ ? তেনেহলে আমাৰ আইতা নাহেনেকি ?

আঘোনী—অ' আই ! নাহিব কেলৈ ? নিশ্চয় আহিব, আমাৰ

দেউতাকো লৈ আহিব নহয়—। তুমি এতিয়া শুই থাকা সোণ, শুই থাকা—।

লাই—মোৰ আইতাৰ বুকুত শুলেহে টোপনি ধৰে, আইতাৰ লগত শুবলৈ কিমান ভাল! আমাৰ আইতাই ভাল ভাল সাধুকথা কয়, কিমান আইনাম-বিয়ানাম গায়, আমাক কিমান মৰমো কৰে।

আঘোনী—তেওঁ আহিব নহয়, মনে মনে শুই থাকা সোণ! আইতাই আমালৈ কল আনিব, কুঁহিয়াৰ আনিব, নাৰিকল আনিব,—আমি পেট ভৰাই খাম নহয়। এতিয়া তুমি শুই থাকা সোণ! মই কাবৌটি কৰিছোঁ,—শুৱা—।

লাই—বাই! মোৰ বৰ বেয়া লাগিছে, আমাৰ আইতাক দেখিবলৈ পোৱা নাই কেলৈ? মোৰ কান্দিম কান্দিম লাগিছে। কোঁৱা, আইতা গ'ল কলৈ? তেওঁ আহিব কেতিয়া?

আঘোনী—বাৰু, সেইবোৰ পিছতো কম, এতিয়া শুই থাকা সোণ! তুমি এইদৰে কথা পাতি থাকিলে, সৌৱা লেচাই ভাইটিয়ে সাৰ পাব নহয়,—তেওঁ কান্দিব, শুৱা।

নাই—ওঁহো, মোৰ টোপনি নাহে,—মই তোমাৰ লগতে বহি বহি কথা পাতি থাকিম। বাই! যোৱা, আমাৰ আইতাক লৈ আহাঁগৈ। আইতাক নানিলে—মই কান্দি দিম এতিয়া—

আঘোনী—ঔ' আই! এই এন্ধাৰ ৰাতি যাওঁ কেনেকৈ? বাটত যে ঢেৰ্ ঢেৰ্ বাঘ আছে, শিয়াল আছে, হাতী আছে; সিহঁতে মোক খাই পেলাব নহয়—

লাই—তুমি নোযোৱা? তুমি আমাক ইয়ালৈ আনিলা কেলৈ? আমাক তোমাৰ এই ভগা ঘৰৰ ভগা চাঙত শুবলৈ দিছা কেলৈ? চাবা, যদি দেউতা আহে আৰু আইতাইও দেখে, তোমাক খং কৰিব, গালি পাৰিব, তোমাক খেদি দিব—।

আঘোনী—ঔ আই! তুমি এইবোৰ কৈছা কি? চোৱাঁ, এতিয়া সকলো শুই আছে, কিমান ঘোপ্ মৰা এন্ধাৰ ৰাতি; এতিয়া



কথা পাতিব নাপায় নহয়—। শুৱা, মই বাৰু ভাল চাই নাম এষাৰি গাওঁ, বিছিও দিওঁ—তুমি শুই থাকা—(আঘোনীয়ে সুৰ লগাই গাবলৈ ধৰে)

"—লাই হালে জালে আৱেলি বতাহে
লফা হালে জালে পাতে—
আমাৰ মইনা শুব-শুব এ—
কালি ঢুপৰৰে ভাতে।"

লাই—বাই! ক'তা? মোৰ অলপো ভাল লগা নাই? তুমি মনে মনে থাকা নাগাবা, গাব নালাগে, মই তোমাৰ নামবোৰ ভাল পোৱা নাই। ব'লা, আমাক লৈ ব'লা,—আমি আইতাৰ ওচৰলৈ যাওঁ, তোমাৰ ঘৰত নাথাকো, ইয়াত থাকিম কেলৈ? (হঠাৎ চিঞঁৰ চিঞঁৰি) আইতা! আইতা!

আঘোনী—ছিঃ ছিঃ এইবোৰ কৰিছা কি? এইয়া লেচাই ভায়েৰা শুই আছে,—তেওঁ উঠিব নহয়? এই হেন এন্ধাৰ ৰাতি—ভাইটিক এৰি থৈ যাবা কেনেকৈ? মই তোমাক কাবৌটি কৰিছোঁ—নিচিঞঁৰিবা, মনে মনে থাকা—

লাই—বাই! মই মলৈ যাম,—ভাইটিকো তলৈ লৈ যাম, তেওঁক এৰি থৈ নাযাওঁ নহয়—(কথাৰ লগে লগে লেচাইৰ গাত ধৰি জগাই দিয়ে) ভাইটি, ভাইটি! উঠা, উঠা, আমি আইতাৰ ওচৰলৈ যাওঁ,—বেগেতে উঠা—।

[লেচাইয়ে সাৰ পাই "আইতা, আইতা" বুলি চিঞঁৰি উঠে। নিৰুপায় অৱস্থাত আঘোনীয়ে হুকুহুকৈ কান্দি কান্দি লাই-লেচাইক বুকুত সাৱটি লয়।]

লচাই—বাই! এতিয়াও আমাৰ আইতা অহা নাই, তেওঁ গ'ল কলৈ? উঠা, আমি আইতাক বিচাৰি যাওঁ—

লাই—বাই! এইয়া ভাইটিও উঠিল, এতিয়া যাওঁ ব'লা। চোঁৱা, সৌৱা ৰাতিও পুৱাওঁ—পুৱাওঁ, পোহৰো হৈছে।

আঘোনী—ঔ আই! যাবা কেনেকৈ? বাটত সেই মানুহ কটা চাওদাংবোৰ আছে, সিহঁতে ধৰি লৈ যাব, কাটিব নহয়?

লাই—তুমি সিহঁতলৈ ইমান ভয় কৰিছানে? সিহঁতে আমাক কি কৰিব পাৰে? মই চাওদাংবোৰলৈ অলপো ভয় নকৰোঁ; মই সিহঁতক বান্ধি থম, ধৰি ধৰি মাৰি পেলাম নহয়—

লেচাই—ওঁ, দেউতাই সিহঁতক হাতীৰ ঠেংত দিব,—মাৰি পেলাব। আইতাই কৈছিলে,—'সিহঁত আমাৰ ভৰিৰ তলৰ মানুহ; আমি যি কৰিবলৈ কওঁ তাকে কৰে।'

আঘোনী—ছিঃ ছিঃ এইবোৰ কৈছা কি? লোকক বেয়া বুলি ঘিণ্ কৰিব নাপায় নহয়; চাওদাংহঁতো আমাৰ নিচিনাই মানুহ সোণ! তেওঁলোকক বেয়া বুলি নকবা, ধৰি লৈ যাব।

লাই—বাই! আমাৰ চাংমাইহঁত গ'ল কলৈ? মোৰ ভোক লাগিছে, সিহঁতে একোটো খাবলৈ দিয়া নাই। মই দেউতাক কৈ দিম, দেউতাই ভালকৈ এমজা দিব বাপেকে—

আঘোণী—সিহঁত ৰাতিপুৱালেই আহিব,—খাবলৈও দিব, এতিয়া শুই থাকা—সোণ!

লেচাই—বাই! মোৰ বৰ খং উঠিছে পাই; তোমাৰ ঘৰটো ভাঙি পেলাম এতিয়া। তুমি আমাক ইয়ালৈ আনিলা কেলৈ? তোমাৰ ইয়াত গাখাৰ নাই, মঙহ নাই, মাছ নাই, কণী নাই; বৰাভাত, মাহৰশাক, কল-কুঁহিয়াৰ একোটোৱেই নাই।

লাই—ওঁ, মোৰো খং উঠিছে—ইমান বেয়া ঘৰ এইটো! বাই! মই তোমাৰ গাৰ কাপোৰ-কানি টানি-আঁজুৰি ফালিছিৰি নাইকিয়া কৰিম, তোমাৰ পকা চুলি ডাল ডাল কৰি কাটি-ছিঙি পেলাম,—আমাক ইয়ালৈ আনিলা কেলৈ? যাওঁ ব'লা—।

লেচাই—আমাৰ ঘৰলৈ নোযোৱানেকি বাই? যাওঁ ব'লা, আইতাই আমাক খাবলৈ দিব, মৰম কৰিব, ঢেৰ্ ঢেৰ্ নাম গাব। বাই! তুমি কি চাই আছা, ঘৰলৈ নোযোৱানেকি?



আঘোনী—( অলপ ভাবিচিন্তি ) অ' হয়, হয়, ভাল মনত পৰিছে; কালি পকা পকা ভীলকল কেইটা আনি থৈছো নহয়; ৰ'বা, আনোগৈ,—ভোকত সেই কল কেইটাকে খোৱাচোন সোণহঁত।

[ আঘোনীয়ে ভিতৰ ফালে সোমাই গৈ, ভীম কলখিনি আনি খাবলৈ দিয়েহি, লাই-লেচাইয়ে বৰ হেঁপাহেৰে কলকেইটা খাবলৈ ধৰে। কাষৰ এখন শ্ৰীকৃষ্ণৰ প্ৰতিমূৰ্ত্তিৰ আগত আঁঠু লৈ, আঘোনীয়ে অতি ভক্তি ভাৱে সজল-নয়নে কাকুতি-মিনতি কৰিবলৈ ধৰে। ]

আঘোনী—:হে প্ৰভো! তুমি এই বিধবা দুখুনীক এই ৰাজপুত্ৰ দুটিৰ এনে কঠিন গুৰু-ভাৰ বহন কৰিবলৈ দিলা কেলৈ? উস্ মই এই জীয়াতেজ খোৱা আপদীয়া বাঘ-ঘোঙৰ চুঙত ইহঁতৰ প্ৰাণ-দুটি ৰক্ষা কৰো কেনেকৈ? আজি দেশত চাৰিও ফালে চাওদাং, চোৰাংচোৱা, পালি-পহৰীয়াহঁতে পিত্পিতাই পিয়া-পি দি ফুৰিছে। মানুহক কাটি-মাৰি নগুৰ-শাস্তি কৰিছে,—কেওফালে হৈ-চৈ, কন্দা-কতা! আমাৰ আইচু দেউতাকো সিহঁতে বন্দী কৰি লৈ গ'ল—! উস্ নাজানো তেওঁৰ হৈছে কি,—সিহঁতে চাগে কিমান নগুৰ-শাস্তি কৰি কষ্ট দিছে! ( অলপ ৰৈ ) হে আইচুদেউতা! যোৱাৰ পৰত আপুনি মোক এই পোনা দুটিক গতাই থৈ, কৈ গ'ল,—ইহঁতেই আপোনাৰ জীৱন। আপুনি মোক এই জীৱন দুটিৰ সম্পূৰ্ণ ভাৰ দি থৈ গ'ল; কিন্তু দেশত যিহে কটা-কটি উৎপাত আৰু যিহে তেজৰ নৈ ববলৈ ধৰিছে—তাত মোৰেই বা ৰক্ষা ক'ত? তথাপিও মই আপোনাৰ ধৰ্ম-বাক্য কেতিয়াও লংঘন নকৰো,—মই প্ৰাণ থাকে মানে পোনাহঁতক ৰক্ষা কৰি লৈ ফুৰিম। আজি দুদিন ধৰি ৰজাৰ অসংখ্য পালি—পহৰীয়াহঁতৰ চকুত ধুলি দি, ইহঁতক এইভাৱেই পলুৱাই লৈ ফুৰিছোঁ। আৱশ্যক হলে মোৰ প্ৰাণ দিও আপোনাৰ প্ৰাণৰ বাক্যযাৰি পালন কৰিম, ইহঁতৰ সুখ-দুখেই মোৰো সুখ-দুখ।

[ হঠাৎ কিছুমান চাওদাং আৰু পহৰীয়া লগতলৈ চাওদাং বৰুৱাই ঘৰৰ

বাহিৰ ফালৰ দুৱাৰত থিয় হৈ 'খুত্‌খুত্‌' শব্দ কৰি মাতে—"আঘোনী বাই! ঘৰত আছানে?"—সেই মাত শুনি, কি কৰো কি নকৰো কৈ ভয়ত আঘোনীয়ে লাই-লেচাইক বুকুত সাবটি লৈ মনে মনে বহি থাকে।]

চাওদাংবৰুৱা—( বাহিৰৰ পৰা ডাঙৰকৈ ) আঘোনীবাই! আছানে?

আঘোনী—( ভয়ে ভয়ে ) কোন? কোন?

চাওদাং বৰুৱা—মই চাওদাং বৰুৱা।

আঘোনী—অ' হয়, আছো দেউতা—

চাওদাং বৰুৱা—ভিতৰত কোন কোন আছে?

আঘোনী—ক'তা, ইয়াত কেও নাই দেউতা, মই হে আছো।

চাওদাং বৰুৱা—বাৰু, তোমাৰ দুৱাৰখন খোলাচোন—

আঘোনী—দেউতাই নো এই মাজৰাতি আহিছে কেলৈ? ইয়াত কোনো নাই নহয়—। মোক বিশ্বাস কৰক দেউতা!

চাওদাং বৰুৱা—তোমাৰ তাৰ উত্তৰ পিছতো দিম; আগতে দুৱাৰখন খুলি মোক যাবলৈ দিয়া—

আঘোনী—উস্ দেউতাই নো দাসীক এই ৰাতিখন আমনি কৰিছেহি কেলৈ? মই দেউতাক কাতৰ কৰি মাতিছো,—গুচি যাওক দেউতা—

চাওদাং বৰুৱা—মনে মনে থাকা। মোৰ আদেশ,—শীঘ্ৰে তোমাৰ দুৱাৰ খোলা। যদিহে মোৰ কথা নুশুনা—তোমাক নগুৰ-শাস্তি কৰি গাত জুই লগাই দি জীয়াই জীয়াই পুৰি মৰাম। পলম নকৰিবা,—সোনকালে দুৱাৰখন খুলি দিয়া—

[ অগত্যা আঘোনীয়ে অতি ভয়ে ভয়ে দুৱাৰখন খুলি দিয়ে। চাওদাং বৰুৱাইত ভিতৰলৈ আহি আগত লাই-লেচাইক দেখিবলৈ পাই, নতুন উত্তমেৰে আৰু অতি সাৱধানে ইফালে-সিফালে গদাপাণিক পাত্‌পাত্‌কৈ বিচাৰিবলৈ ধৰে। কঁপি কঁপি আঘোনীয়ে লাই-লেচাইক বুকুত সোমাই লৈ ঘৰটোৰ একাষত থিয় হৈ থাকে।]

চাওদাং বৰুৱা—তুমি এই ল'ৰা দুটাক এইভাবে নগৰৰ পৰা ইয়ালৈ পলুৱাই অনাৰ কাৰণ আছিল কি? সঁচাকথা কোৱা গদাপাণি



কোৱঁৰ ইহঁতৰ লগত আছেনে নাই? সাৱধান, মিছা মাতিলে তোমাক এই মুহূৰ্ত্ততে খণ্ড খণ্ড কৰি কাটি মাৰি পেলাম।

আঘোনী—( ভয়ত কঁপি কঁপি ) দেউতা ঈশ্বৰ! মই আপোনাৰ মুখলৈ চাই কৈছোঁ, মই মিছা কোৱা নাই, গদাপাণি কোৱঁৰ ইয়ালৈ অহা নাই, মই তেওঁক দেখাও নাই। মোক নামাৰিব দেউতা! মই একো নাজানো—দুখুনী বিধৱাক প্ৰাণদান দিয়ক—দেউতা।

চাওদাং বৰুৱা—তাৰ পিছত, এই লৰা দুটাক আনিলা কিয়?

আঘোনী—দেউতাই মোক মাৰকেই বা কাটকেই—মই সঁচা কথা কৈছোঁ, ইহঁতক কেঁচুৱা কালৰে পৰাই ময়েই লালন-পালন কৰি ডাঙৰ-দীঘল কৰি তুলিছোঁ। দেউতাই তাহাঁতৰ মাকক ধৰি লৈ যোৱাৰ পিছত এতিয়া ইহঁতক মইয়েই নাচালে, চাব কোনে দেউতা?

লাই—বাই! তুমি কান্দিছা? কেলৈ কান্দিছা? ইহঁতে তোমাক কি কৰিব পাৰে? আমাৰ দেউতাই ইহঁতক মাৰি পেলাব—

চাওদাং বৰুৱা—ইস্ এই ওঁঠ চেপিলে গাখীৰ ওলোৱা ফুকলীয়া লৰাটোৰ কেনে বৰ বৰ কথা এঁকা? হেৰ, কচোন, বাপেৰ ইয়াত আছেনে নাই?—ইয়ালৈ আহিছিলেনে নাই আহা?

লাই—( খং কৰি ) নাই আহা, তই মিছাকে কৈছ কেলৈ?

চাওদাং বৰুৱা—হেৰ, বাপেৰ গল কলৈ কব পাৰনে? ক—ক—

লাই—আইতাই কব, আইতাৰ ওচৰলৈ নাযাৱ কেলৈ? ইয়াৰ পৰা গুচি যা—ভালে ভালে।

আঘোনী—ছিঃ ছিঃ সোণ! এইবোৰ কি কৈছা? এওঁলোক আমাৰ ৰজাঘৰীয়া ডাঙৰ মানুহ, বৰ কথা নকবা,—ধৰি লৈ যাব নহয়—

লাই—ওঁ, ইহঁত চাওদাং মানুহ। দেউতাই কৈছিল,—ইহঁত আমাৰ ভৰিৰ তলৰ মানুহ। আইতাই কৈছিলে চাওদাংবোৰ বৰ বেয়া মানুহ। বাই! তুমি ইহঁতক ইয়ালৈ আহিবলৈ দিছা কেলৈ? ইহঁতক খেদি দিয়া।

চাওদাং বৰুৱা—( ধমক্ দি ) চুপ, মনে মনে থাক,—নহলে তোৰ নেলুপাতত ধৰি মাটিত আছাৰি আছাৰি মাৰিম। মই মানুহ মৰা মানুহ বুলি নাজাননে ?

আঘোনী—হে দেউতা ঈশ্বৰ ! ই সৰু ল'ৰা, একো নাজানে—তাক ক্ষমা কৰক, মই আপোনাৰ শ্ৰীচৰণত পৰি মাতিছোঁ—এই অবুজ ল'ৰাটোৰ প্ৰাণদান দিয়ক—

( চাওদাং বৰুৱাৰ ভৰিত পৰি প্ৰাৰ্থনা কৰে )

( লাইৰ চাওদাং বৰুৱালৈ খং উঠে আৰু হাতৰ ভীম কল এটা তেওঁৰ মুখলৈ মাৰি কয় )

লাই—মজা পালিনে ? চাবি, মই ডাঙৰ হলে তোক হাতীৰ ঠেঙত মাৰিম,—তোক মাৰি পেলাম ! এই আমাৰ বাইক খং কৰিছ কেলৈ ? যা, ইয়াৰ পৰা গুচি যা—ভালে ভালে—

চাওদাং বৰুৱা—এই বয়সতে ইয়াৰ ইমান সাহ কটা ! ওঁ, বুজিছোঁ, সাপৰ কি সৰু-বৰ আছে ? ইহঁতো একোটা মস্ত বিষাক্ত সাপ। মোৰ বিশ্বাস, নগৰলৈ নি ইহঁতক আমাৰ চকুৰ আগত ৰাখিব পাৰিলে,—সেই পলৰীয়া গদাপাণিক ধৰিবলৈ টান নহব। সিফালে জয়মতী এতিয়া আমাৰ হাতত বন্দী হৈ নিৰ্জ্জন কাৰাগাৰত। ঠিক এই ভাৱেই ইহঁতকো আমাৰ চকুৰ আগত নজৰ-বন্দী কৰি থলে,—এদিন নহয় এদিন গাঁতৰ এন্দুৰ আহি আমাৰ ফান্দত পৰিবহি। উত্তম, সেয়ে একমাত্ৰ উত্তম উপায়—হাঃ হাঃ হাঃ—

আঘোনী—( ভৰিত পৰি ) দেউতা ঈশ্বৰ ! মূৰ্খ-অবুজ বালকে নাজানি-নুশুনি বৰ অপৰাধ কৰিলে, আপুনি নিজ গুণে তাক ক্ষমা কৰক দেউতা ! খং নকৰিব,—সি একো নাজানে—তাক ক্ষমা কৰক।

চাওদাং বৰুৱা—আঘোনীবাই ! শুনা, মই এতিয়া তোমাৰ কাকুতি-মিনতি শুনিবলৈ অহা নাই,—সেইবোৰ শুনিবলৈ মোৰ আজৰিও



নাই। তুমি মোৰ আদেশ মতে কাম কৰিব লাগিব—নহলে তোমাৰ ডিঙিতো চিপ্‌জৰী লগাই ৰজাৰ বৰশীত উলোমাই জীয়াই জীয়াই মাৰিম, ঠিক্ বুজিবা।

আঘোনী—দেউতাৰ আদেশ মতে নচলিম কেলৈ ? আদেশ কৰক দেউতা ?

চাওদাং বৰুৱা—মোৰ আদেশ, ইহঁতক এতিয়াই এই মুহূৰ্ত্ততেই আমাৰ লগত নগৰলৈ লৈ ব'লা। স্বৰ্গদেৱে যি আদেশ কৰিব,—তাকেই পালন কৰিব লাগিব।

আঘোনী—উস্ দেউতা ! দেউতা ! মোৰ মুখলৈ চাওক, আমাক নিনিব—আমাক ক্ষমা কৰক—। আমি একো দায়-জগৰ লগোৱা নাই দেউতা ! আমি একো কৰা নাই, আমি একো নাজানো,—আমাৰ প্ৰাণ দান দিয়ক—প্ৰাণদান—

চাওদাং বৰুৱা—সাৱধান, ঘূৰিবাৰ তেনে কাকুতি নকৰিবা। মই তোমাৰ কোনো প্ৰকাৰৰ ওজৰ-আপত্তি শুনিবলৈ বাধ্য নহওঁ। মই যি কৈছোঁ—শুনা, সোনকালে ইহঁতক ইয়াৰ পৰা লৈ ব'লা,—নহলে ইহঁতৰ লগতে তোমাকো খণ্ড-বিখণ্ড কৈ কাটি থৈ যাম। ব'লা, পলম নকৰিবা—লৈ ব'লা।

[ আঘোনীয়ে অতি নিৰুপায় অৱস্থাত কান্দিকাটি লাই-লেচাইক সাৰটি ধৰি চাওদাং বৰুৱাইতৰ আগে আগে গৈ থাকে। ]*

—আঁৰ্ কাপোৰ—

( সমাপ্ত )

---

* 'আৱাহন'ত প্ৰকাশিত।

## ৬

# মাতৃ-পূজা

### দৃশ্য—গড়ৰ একাংশ

[ শেষ ৰাতি। জুইৰ পোহৰত চৌদিশ দেখা পোৱা যায়। লাচিত ফুকনে মোমায়েকক কাটি-গচকি ধৰিবুকুত তীক্ষ্ণ তৰোৱাল সুমুৱাই তেওঁক ৰুদ্ৰমূৰ্ত্তিৰে চাই থাকে। কাষত ডেকা ফুকনে থিয় হৈ থাকি—কি কৰো, কি নকৰো—অৱস্থাত অবাক্ হয়। ]

লাচিত—( খঙ্গেৰে ) দেশৰ কলঙ্ক পশু! দায়িত্ব-জ্ঞান-হীন অপদাৰ্থ! এই মৃত্যুৱেই তোৰ একমাত্ৰ সমুচিত প্ৰায়শ্চিত্ত। এই জীৱন-মৰণৰ সন্ধিক্ষণত এইভাৱে দায়িত্বৰ প্ৰতি অৱহেলা কৰিবলৈ তেনে নীচ শিক্ষা পাইছিলি ক'ত? চা, সৌৱা—সৌৱা—মোগল সৈন্যই কালান্তক যমৰ দৰে কেনেকৈ আগুৱাই আহিছে; সৌৱা, সিহঁতে অসম গ্ৰাস কৰিবলৈ কেনে বিৰাট সমৰৰ আয়োজন কৰিছে,—সিমানতো তোৰ এনে নীচ মতি-গতি হ'ল কেনেকৈ? আজি এই ৰাতিৰ ভিতৰতে গড়ৰ কাম শেষ নহলে, কাইলৈ ৰাতিপুৱাৰ লগে লগে জননী জন্মভূমিৰ অৱস্থা হব কি—সেই কথাও নুবুজিলি কিয়? কিয় নুবুজিলি?

ডেকাফুকন—উস্, কি কৰিলে? কি কৰিলে? তেওঁ যে আপোনাৰ চেনেহৰ মোমাইদেৱ,—স্বৰ্গদেৱৰ অনুগত বিষয়া?

লাচিত—সঁচা, সঁচা, মোৰ চেনেহৰ মোমাইদেৱ। কিন্তু, যি বিষয়াই সুৰা পানত মতলীয়া হৈ, তাৰ কৰ্ত্তব্যৰ প্ৰতি অৱহেলা কৰে, যি বিষয়াই জীৱন-মৰণৰ সন্ধিক্ষণত এই ভাৱে সময় কটাব পাৰে, যি মোমায়ে দেশৰ আৰু জাতিৰ মান-সন্মান চিনি নাপায় —তাৰ প্ৰতি ক্ষমা নাই, দয়া নাই, অনুগ্ৰহো নাই। এনে অপদাৰ্থক এই ভাৱে হত্যা নকৰিলে যে, এই ৰাতিৰ ভিতৰতে গড়ৰ কাম শেষ নহব। তেতিয়া—তেতিয়া—দেশৰ অযুত চৰম দুৰ্দশাৰ অন্ত পৰিব ক'ত? আমাৰ নহব কি?



ডেকাফুকন—আপুনি অন্য প্ৰকাৰেও শাস্তি-দণ্ড কৰিব পাৰিলে-হেঁতেন—ই যে অতি নিৰ্মম হত্যা-কাণ্ড?

লাচিত—জানো, ডেকাফুকন! জানো,—ই অতি নিৰ্মম হত্যা-কাণ্ড। কিন্তু ইয়াৰ বলতে আমি অসম্পূৰ্ণ কাম শেষ কৰি, কাইলৈ ৰণত বিৰাট সাফল্যতাও লাভ কৰিব পাৰিম। কাইলৈ ইয়াতেই হব আমাৰ ভাগ্য গণনা, ৰক্তপূজা আৰু অসমীয়াৰ শেষ অগ্নি-পৰীক্ষা। মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পাতন, জয় কিম্বা পৰাজয়, শত্ৰু নিধন কিম্বা প্ৰাণ বিসৰ্জন,—এই মহা মন্ত্ৰত দীক্ষিত হৈ দেখুৱাব লাগিব অসমীয়াৰ বল-বীৰ্য, শক্তি-পৰাক্ৰম আৰু ৰণ-কৌশল।

ডেকাফুকন—তথাপিও ভাগিনৰ হাতত মোমাইৰ প্ৰাণ বিসৰ্জন, ই অতি অসহনীয় ফুকনদেৱ।

লাচিত—শুনা, দেশতকৈ মোৰ মোমাই ডাঙৰ নহয়। যি মোমায়ে ইমান দায়িত্বপূৰ্ণ গধুৰ কৰ্ত্তব্যৰ প্ৰতি অৱহেলা কৰি—দৈহিক সুখ সম্ভোগত আপোন পাহৰা হব পাৰে, মোমাই হলেও সি দেশ-দ্ৰোহী-নৰকৰ কীট। সেই বাবেই তাৰ তপত তেজেৰে অসি ৰঞ্জিত কৰি প্ৰতিশোধ লৈছো,—ভীষণ প্ৰতিশোধ।

ডেকাফুকন—ই যে স্বৰ্গদেৱৰ অজ্ঞাতে ভীষণ হত্যা-কাণ্ড? হয়তো ইয়াৰ উচিত বিচাৰো হব; তেতিয়া হয়তো আপোনাৰো শাস্তি দণ্ড হব ফুকনদেৱ—

লাচিত—জানো, মই তাকো জানো ডেকাফুকন! এদিন ইয়াৰ ন্যায় বিচাৰ হব, মই এই হত্যা-কাণ্ডৰ উচিত কৈফিয়ৎ দিবই লাগিব। তেতিয়া হয়তো এই অপৰাধৰ বাবে—মোৰ মৃত্যু-দণ্ড ঘোষণা কৰি স্বৰ্গদেৱে ন্যায় বিচাৰকে কৰিব; কিন্তু তাতোকৈ আজিৰ দিনটো আমাৰ বাবে কিমান ডাঙৰ, কিমান কঠোৰ, কিমান

মহান! এনে অৱস্থাত আজিৰ ৰাতিৰ ভিতৰতে গড়ৰ কাম পূৰ্ণ নহলে, মই কাইলৈ শত্ৰুৰ হাতত মোৰ চিৰ চেনেহী অসমা জননীক লাঞ্ছিতা কৰি, আইৰ করুণ-ক্রন্দন-বিলৈ কোন সতে চাম? আইৰ কঁপালৰ বিজয়ী তিলকটি ম্লান-নিস্প্রভ হোৱা দৃশ্য চাই মই জীয়াই থাকিম কেনেকৈ? মোৰ মৰিবলৈ কোনো খেদ্ নাই,—তাৰ আগতে দেশৰ আৰু স্বৰ্গদেৱৰ অটুট গৌৰৱৰ ধ্বজা জিলিকাই ৰাখিব নোৱাৰিলে, মৃত্যুৰ পিচতো মই শান্তি পাম ক'ত? মোৰ শান্তি ক'ত?

ডেকাফুকন—আপুনি হয়তো প্ৰাণে নামাৰি, ইয়াৰ অন্য ব্যৱস্থাও কৰিব পাৰিলেহেঁতেন—

লাচিত—নহয়, নহয়, এনে দায়িত্বহীন অকৰ্মণ্যতাৰ এইয়ে একমাত্ৰ প্ৰায়শ্চিত্ত। চোঁৱা, মই এইয়া মাতুলৰ ৰক্তৰে মোৰ মাতৃপূজা পাতি—কি নৱ অনুপ্ৰেৰণাৰ সমাবেশ কৰিছোঁ। চোঁৱা, সোঁৱা—সোঁৱা—সকলোটি জাগি উঠিল,—গড়ৰ কাম পুনৰ পূৰ্ণ উদ্যমেৰে শেষ হৈ আহিছে; আজি মোক তাকেই লাগে, মই তাকেই বিচাৰিছোঁ। এই ৰাতিৰ ভিতৰতেই গড়ৰ সম্পূৰ্ণ কাম নহব কিয়? হবই লাগিব।

ডেকাফুকন—সঁচা, সঁচা, এতিয়া গড়ৰ কাম প্ৰায় শেষ হওঁ হওঁ। বোধকৰোঁ মানুহবিলাকক সেই ভাৱে জিৰণি লবলৈ নিদিয়া হলে,—কেতিয়াবাই কাম শেষ হৈ গ'লহেঁতেন।

লাচিত—এতিয়া বুজিছানে ডেকাফুকন? এই অপদাৰ্থ মোমাইৰ বাবেই আমি কি বিপদত পৰিছিলো? চোঁৱা এজনৰ মৃত্যুৱে হেজাৰ জনলৈ কেনে নৱোত্তম আনি আমাৰ বিজয়ৰ সূচনা কৰিছে। আমি এই গড় মাৰি শত্ৰুৰ স্থল-পথ অৱৰোধ কৰিব পাৰিলেই, জল-যুদ্ধত সিহঁতক কচু কটা দি পৱিত্ৰ লুইতৰ পানী ৰঙাকৈ বোৱাম। মই চাম,—অসমীয়াৰ হাতত সিহঁতে ৰক্ষা পৰি দেশলৈ উলটি যাব কেনেকৈ? দেখিম,—আমাৰ আগত



মোগলৰ শক্তি কিমান পৰ তিষ্ঠিব পাৰে; বুজিম—ভবিষ্যতৰ সহাৰিদি অসমীয়া জাতি জীয়াই থাকিব পাৰেনে—নোৱাৰে।

ডেকাফুকন—মোৰ বিশ্বাস,—জল-যুদ্ধত আমাৰেই জয় হব।

লাচিত—তুমি যুদ্ধৰ নাওবিলাক প্ৰস্তুত কৰি ৰাখিছানে ফুকন?

ডেকাফুকন—হয়, আপোনাৰ নিৰ্দেশ মতেই প্ৰস্তুত কৰি ৰখা হৈছে। যুদ্ধৰ নাৱেৰে ব্ৰহ্মপুত্ৰৰ বুকু ঢাক খাই আছে; অইন কি সেই বিলাকৰ ওপৰত বগাই বগাই মানুহে ইপাৰ-সিপাৰো হব পাৰিছে।

লাচিত—বেছ, এতিয়া, এইয়া ৰাতি পুৱাইছে, খন্তেকৰ পিছতেই কামান-বন্দুকৰ ধ্বনিত বসুমতী কঁপি উঠিব। ভয় নাই, অসমীয়া জাতীয়ে কাপুৰুষৰ জীৱন লৈ জন্ম গ্ৰহণ কৰা নাই, সিহঁতে দেশৰ বাবে মৰিব জানে;—আৰু মাৰিবও জানে।

[ দূৰত মোগলৰ শিবিৰত এটা বৰতোপৰ ধ্বনি শুনা যায়। লাচিতে সেইফালে থিৰ হৈ কাণ পাতে। ]

লাচিত—শুনা, শুনা, সেইয়া শত্ৰুপক্ষৰ বৰতোপৰ ধ্বনি। বোধকৰো সিহঁতে এই পুৱতিৰ লগে লগে আগুৱাই আহিছে। তুমি যোৱা, আমাৰ সৈন্যহঁতকো প্ৰস্তুত ৰাখা গৈ; মই ইয়াতেই খন্তেক অপেক্ষা কৰোঁ। আমি বাৰে বাৰে মোগলৰ অন্যায় আক্ৰমণ আৰু নীচ-হীন-জঘন্য বিশ্বাসঘাতকতা সহ্য কৰাতকৈ মৰাই শত গুণে শ্ৰেয়। আজি হয়—শত্ৰুবধ, নহয় প্ৰাণ দিয়া—প্ৰাণ দিয়া—

[ বেগে ডেকাফুকন গুচি যায়। লাচিতে খন্তেক মোমায়েকৰ মৃত-দেহলৈ চাই চাই—এক আবেগৰ মাজত তেওঁৰ ভৰিত ধৰি করুণ-ভাবে কবলৈ ধৰে। ]

লাচিত—মোমাইদেৱ! তুমি মোৰ শত্ৰু নাছিলা, পৰো নাছিলা আৰু তোমাৰ প্ৰতি মোৰ ব্যক্তিগত কোনো আক্ৰোশো নাছিল। মই জানো, তুমি এজন ৰাজ-ভক্ত বিষয়া আৰু আমাৰ সন্মানিত লোক; মই তোমাৰ মৰমৰ মাজতেই ডাঙৰ-দীঘলো হৈছিলো। তোমাৰ দায়িত্বহীনতাৰ বাবে,—মই তোমাৰ চেনেহৰ ভাগিন

হিচাপে নহয়, স্বৰ্গদেৱৰ চিৰ অনুগত আৰু শৰাইঘাটৰ সৈন্যাধ্যক্ষ লাচিত ফুকন হিচাপেহে মই তোমাক এই মৃত্যুদণ্ডত দণ্ডিত কৰিলো। আজি তোমাৰ ৰক্তেৰে মোৰ মাতৃ-পূজাত এইয়ে শেষ শ্ৰদ্ধাঞ্জলি যাঁচিছোঁ; মই তোমাক কোনো প্ৰকাৰেই ক্ষমা কৰিব নোৱাৰিলো। তোমাৰ বুকুৰ ৰক্ত-জবাৰে আইৰ পূজাৰ বেদী ৰাঙলী কৰি, সৌৱা—দেখিছোঁ, দেশৰ উজ্জ্বল ভৱিষ্যৎ, নৱ অনুপ্ৰেৰণা, কৰ্তব্যনিষ্ঠা আৰু দেশ-সেৱাৰ জ্বলন্ত নিদৰ্শন। আশীৰ্বাদ কৰিবা, তোমাক যি তৰোৱালেৰে হত্যা কৰিলো,—সেই তৰোৱালেৰে যেন মোগল-শত্ৰুকো কাটি কচু কটা দি, জাতিৰ গৌৰৱ ৰক্ষা কৰিব পাৰো। তুমি য'তে আছা—ত'ৰে পৰা মোৰ শেষ শ্ৰদ্ধাঞ্জলি লবা,—মোক ক্ষমা কৰিবা—ক্ষমা কৰিবা—।

[ মোমায়েকক প্ৰণাম কৰি উদ্‌ভ্ৰান্তৰ দৰে বেগে গুচি যায়। ]

[ পট পৰিবৰ্ত্তন ]

**দৃশ্য—শৰাই ঘাটৰ একাংশ।**

[ কেওফালে বন্দুক বৰতোপৰ শব্দ-ধ্বনি। হাতত মুক্ত অসি লৈ বেগে ৰামসিংহ আৰু ফজল খাঁ আহে। ]

ৰামসিংহ—ফজল খাঁ! ফজল খাঁ! কি আচৰিত,—মই ভাবিছিলো, হিন্দুস্থানৰ অন্যান্য দেশৰ দৰে, অসমকো দিল্লীশ্বৰৰ তলতীয়া কৰি, মোগল সম্ৰাটৰ বিজয়-ধ্বজা উৰুৱাব পাৰিম। কিন্তু, প্ৰথম খণ্ড যুদ্ধতে যি বুজিব পাৰিলো,—ইহঁতৰ বল-বীৰ্য আৰু ৰণ-কৌশলৰ তুলনাত আমি নিকৃষ্ট; অসমীয়াক পৰাস্ত কৰা মুখৰ কথা নহয়। ইহঁতৰ প্ৰতি সৈন্যই ৰণ কৰিব জানে, গড় মাৰিব পাৰে, নাও চলাব জানে, আৰু ৰণৰ অস্ত্ৰ-শস্ত্ৰও তৈয়াৰ কৰিব পাৰে।

ফজল খাঁ—আপুনি ঠিক্ অনুমান কৰিছে। সচাঁ, ভাৰতৰ কতো এনে পৰাক্ৰমী যোদ্ধা দেখিবলৈ পোৱা নাছিলো। চাওক, এই ৰাতিৰ



ভিতৰতে সৌ প্ৰকাণ্ড গড় মাৰ, আমাৰ স্থল-যুদ্ধৰ কি পৰিণতি ঘটাইছে। এনে অদ্ভুত জাতি কেৱল অসমত হে পালো; বাস্তৱিকে ইহঁতৰ তুলনাত আমি নিতান্তই নগণ্য।

ৰামসিংহ—সচাঁ, মইও বৰ আচৰিত হৈছোঁ। মানুহে কি একে ৰাতিৰ ভিতৰতে, এনে এটা আকাশলজ্বা অদ্ভুত গড়ো মাৰিব পাৰে?

ফজলখাঁ—চাওক, এতিয়া আমাৰ কেৱল জল-যুদ্ধৰ বাহিৰে অন্য উপায় একো নাই।

ৰামসিংহ—তুমি ঠিকেই কৈছা ফজলখাঁ! এতিয়া আমাৰ জল-যুদ্ধৰ বাহিৰে অন্য কোনো উপায় নাই। যোৱাঁ, আমাৰ নৌ-বাহিনীক আগবাঢ়িবলৈ আদেশ কৰা। চাওঁ, আমাৰ ইমানবোৰ বিৰাট আয়োজনৰ মাজত, অসমীয়াহঁত—কিমান পৰ তিষ্ঠি থাকিব পাৰে—।

[ ফজলখাঁ গুচি যায়। দূৰত পুনৰ কামানৰ ধ্বনি। এফালে অসমীয়া সৈন্যৰ "জয় স্বৰ্গদেৱৰ জয়! জয় অসমৰ জয়!" আনফালে মোগল সৈন্যৰ 'আল্লাহ আকবৰ! দিল্লীশ্বৰৰ জয়'—এনেবোৰ জয়ধ্বনি শুনা যায়। হাতত খুলা তৰোৱাল লৈ বেগে লাচিত ফুকন আহি—ৰামসিংহৰ সন্মুখত থিয় হয়। ]

লাচিত—অম্বৰাধিপতি ৰামসিংহ! ভাবিছা কি? আহাঁ, মই তোমাকেই বিচাৰি আহিছোঁ; আজি মোক, তোমাক—লাগে—লাগে—লাগে—

ৰামসিংহ—সাৱধান, এখোজো আগ বাঢ়ি নাহিবা অসমীয়া!

লাচিত—তোমাৰ অনুমতি পালন কৰিবলৈ অহা নাই ৰামসিংহ! মই আহিছো, তোমাৰ লগত মোৰ শক্তি পৰীক্ষা কৰিবলৈ—

ৰামসিংহ—শুনা, লাচিত ফুকন। এতিয়াও কওঁ,—যদিহে মাটিৰ লগত মিহলি হবলৈ কামনা নকৰা, এতিয়াও স-সন্মানে প্ৰাণ লৈ ঘূৰি যোৱা। এইভাৱে মোগল-বাহিনীৰ সৈতে যুঁজি, মিছাতে আওমৰণেৰে মৰিবলৈ আহিছা কিয়?

লাচিত—মোগলৰ পদ-সেৱী ৰামসিংহ ! তুমি সুধি পঠাইছিলা, আমি তোমাৰ সৈতে মাত্ৰ এক দণ্ড পৰ ৰণ কৰিব পাৰোনে নোৱাৰোঁ। কিন্তু, সেই এক দণ্ড কিয়—সম্পূৰ্ণ দহ বছৰ পৰ্য্যন্ত সময় নিৰিচাৰিলা কেলৈ ?

ৰামসিংহ—দুৰ্ব্বলৰ মুখত এনে বৰ কথা শোভা নাপায় লাচিত ফুকন ! মই তোমাৰ এই দাম্ভিকতাৰ প্ৰতিকাৰ কৰিবলৈ বাধ্য হম ; সাৱধান, শেনৰ দৰে আহি ফেচাঁটোৰ দৰে পলাই নাযাবা—

লাচিত—শুনা, ৰামসিংহ! অসমীয়াই আৱশ্যকমতে সমুখ সংগ্ৰামত মৰিব ; কিন্তু কাপুৰুষ অপদাৰ্থৰ দৰে প্ৰাণ লৈ নপলায়।

ৰামসিংহ—বোধকৰোঁ পাহৰি গৈছা, হিন্দুস্থানৰ কেনে পৰিণতি ? এনে উদ্ভণ্ডালিৰে মোগল-শক্তিৰ আগত জীয়াই থকাৰ শক্তি আছে কাৰ ?

লাচিত—জিহ্বা সংযত কৰি কথা কবা ৰামসিংহ ! তোমালোকে মোগলৰ পদৰ তলত তোমালোকৰ আত্মসন্মান বিসৰ্জন দি, স্বেচ্ছাই পৰাধীন হব পাৰা ; কিন্তু অসমীয়াই কাৰো ওচৰত আত্মসন্মান বিক্ৰী কৰি পৰাধীন নহয়—যেতিয়ালৈকে সিহঁত প্ৰাণ লৈ জীয়াই থাকে—।

ৰামসিংহ—শুনা, যি ভাৱেই হওক, মই তোমাৰ অসমীয়া জাতিকো মোগলৰ পদ-সেৱী নকৰো মানে ক্ষান্ত নহওঁ। মনত ৰাখিবা, মই অমৰাধিপতি-ৰামসিংহ, অসমৰ আক্ৰমণৰ সম্পূৰ্ণ দায়িত্ব-ভাৰ মোৰ।

লাচিত—ছিঃ ছিঃ এনে কথা কবলৈ লাজ নালাগেনে ৰামসিংহ ? বোধকৰোঁ আজি দুদনিৰ যুদ্ধতে আমাৰ ভাল পৰিচয় পাইছাই। তুমি এনে ঘৃণনীয় কথা—তোমাৰ কথা চহকী, নীচ মনা সেই হিন্দুস্থানত কবা,—ইয়াত নহয়। ইয়াকো মনত ৰাখিবা—এইখন অসম দেশ।



ৰামসিংহ—বেছ, তৰ্ক যুদ্ধৰ প্ৰয়োজন নকৰে ; আজি কাৰ্য্য-ক্ষেত্ৰতো প্ৰমাণ হৈ যাওক—কোন কেনে—। আহাঁ, আগবাঢ়ি আহাঁ—

[ উভয়ৰ তুমুল যুদ্ধ। শেষত ৰামসিংহৰ পলায়ন। ]

লাচিত—( এটা বিকট হাঁহি মাৰি ) হাঃ হাঃ হাঃ। এই বীৰত্ব লৈ অসম জয় কৰিবলৈ আহিছা ৰামসিংহ ? ভাবিছিলি, অসমীয়াক জিনি তোৰ মোগল সম্ৰাটৰ ৰাজ্যৰ সীমা বঢ়াবি, ভাবিছিলি—অসমীয়াক পৰাজয় কৰা এটা মুখৰ কথা ; খন্তেকীয়া ৰণতে এইয়ে ভাৱে পলালি কিয় ? মনত ৰাখিবি কাপুৰুষ ৰামসিংহ ! এই শেষ নহয়, তহঁতক এটা এটাকৈ কাটি—এই লাচিত ফুকনে তাৰ মাতৃ-পূজাৰ কাম সম্পন্ন নকৰে মানে,—সি ক্ষান্ত নহয়—অপেক্ষা নকৰে। অসমীয়া সৈন্যসকল ! ভয় নাই, আমাৰ জয় —আগবাঢ়া—আগবাঢ়া—

( বেগে গুচি যায় )

[ পট পৰিবৰ্তন ]

**দৃশ্য—শৰাই ঘাটৰ ৰণাঙ্গন।**

[ চাৰিওফালে ভীষণ বন্দুক-বৰতোপৰ ধ্বনি। মানুহৰ চিঞৰ-বাখৰ এক হুলস্থূল পৰিস্থিতি। এফালে 'জয় অসমৰ জয়, জয় স্বৰ্গদেৱৰ জয়' আৰু আনফালে—"আল্লাহু আকবৰ জয় মোগল সম্ৰাটৰ জয়", এনেবোৰ প্ৰতিধ্বনি সঘনে শুনিবলৈ পোৱা যায়। যুদ্ধ কৰি কৰি ফজল খাঁ আৰু ডেকাফুকন আহে। ]

ডেকাফুকন—তই এইভাৱে সাৰিবি ক'ত ? বুজি যা, চাই যা, গুপ্ত পথে দি অসমীয়া সৈন্যক অন্যায় আক্ৰমণ কৰাৰ প্ৰতিফল কি ?

ফজলখাঁ—মুখ বন্ধ কৰ কাফেৰ বেইমান ! এইবাৰ বুজি পাবি, মোগলৰ লগত ফেৰ পতাৰ পৰিণাম কি ? আহ, যুদ্ধ কৰ—যুদ্ধ কৰ—

[ পুনৰ উভয়ৰ যুদ্ধ, পৰাজয় অৱস্থাত ফজল খাঁ পলাবলৈ লোৱাৰ লগে

লগে ডেকাফুকনে ডিঙিত ধৰি টানি আনি মাটিত পেলাই দিয়ে আৰু বুকুত বহি লৈ অস্ত্ৰাঘাত কৰে। ]

ফজল খাঁ—( মৰণ-আৰ্তনাদে )—আস্—প্ৰাণ যায়, প্ৰাণ যায়। সঁচা —সঁচা অসমীয়াৰ সমান বলীজাতিও নাই—কেও নাই! পানী—পানী—এটোপা পা—নী ( মৃত্যু )

ডেকাফুকন—( ডিঙি টিপি টিপি ) তইঁতৰ বাবে পানী আছে ক'ত? বিশ্বাসঘাতক! কুকুৰ! আক্ৰমণকাৰীহঁতৰ কেনে শেষ পুৰস্কাৰ চাই যা—চাই যা—হাঃ হাঃ হাঃ—

( বেগে লাচিত আহে )

লাচিত—ধন্য ডেকাফুকন,—তুমি ধন্য। চোৱা, চোৱা, সৌ জল-যুদ্ধত কি পৰাক্ৰমে যুঁজি আমাৰ সৈন্যই মোগলক কচু কটা দিছে! চাৰিওফালে আমাৰ জয় হৈছে,—শক্ৰৰ তেজেৰে ব্ৰহ্মপুত্ৰৰ কোবাল সোঁত ৰঙা হৈ গ'ল। ধন্য অসমীয়া সৈন্য সকল। ধন্য তোমালোকৰ দেশ-প্ৰেম, অতুল বীৰত্ব!

ডেকাফুকন—চাওক-চাওক—আমাৰ সৈন্যই সৌৱা, শক্ৰৰ চাউনিত গৈ আক্ৰমণ কৰিছে, কেওফালে জুই লগাই দিছে, সিহঁতৰ কাৰো ৰক্ষা নাই—ৰক্ষা নাই।

লাচিত—সঁচা সঁচা সিহঁতৰ আজি ৰক্ষা নাই—ৰক্ষা নাই। অসমীয়া সৈন্যৰ এই পৰাক্ৰম,—এই বীৰত্ব,—জাতীয় বুৰঞ্জীত স্বৰ্ণাক্ষৰে লিখা থাকিব। আহাঁ, আহাঁ, আমিও তেওঁলোকক সহায় কৰোগৈ! জয় অসমৰ জয়,—জয় স্বৰ্গদেৱৰ জয়।

[ এফালে বেগে দুয়ো গুচি যায়,—আনফালৰ পৰা ক্ষত-বিক্ষত অৱস্থাত ৰামসিংহ আহি, দূৰলৈ চাই চাই মোগলৰ চৰম বিপৰ্যয় দেখি উত্তেজিত হৈ আত্ম-গ্লানি কৰিবলৈ ধৰে। ]

ৰামসিংহ—সৰ্বনাশ—সৰ্বনাশ—মোৰ সকলো সৰ্বনাশ হৈ গ'ল! সৌৱা—সৌৱা—স্থল আৰু নৌ-যুদ্ধত আমাৰেই চৰম পৰাজয়। সকলোৱে একে-একে প্ৰাণ দিছে। অসমীয়াই মোৰ সৈন্য-



বিলাকক কাটি এইয়া ব্ৰহ্মপুত্ৰৰ পানীও ৰঙা কৰি বোৱাইছে। আস্—মই জানি-শুনিও কি ভুল কৰিলো? কিয় এইভাৱে আওমৰণেৰে মৰিবলৈ আহিছিলো? মই এতিয়া এই পৰাজয় লৈ দেশলৈ যাওঁ কেনেকৈ? মোগল সম্ৰাটক কি কৈফিয়ৎ দি, মোৰ প্ৰাণ ৰক্ষা কৰিম? তেওঁ যেতিয়া সুধিব,—মোগলৰ এক লক্ষ সৈন্য থাকিল ক'ত? তেতিয়া, তেতিয়া, মই উত্তৰ দিম কি? তিৰস্কাৰ শেলেৰে সানি মোক যেতিয়া কব,—'ৰাসসিংহ! অসমীয়াক পৰাজয় কৰা ক্ষুদ্ৰ কথা বুলি কৈছিলা নহয়,—এতিয়া কৰিলা কি?' তেতিয়ানো মই কি উত্তৰ দি—মোৰ আত্ম-সন্মান ৰক্ষা কৰিম? উস্ এই অপমান লৈ জীয়াই থকাতকৈ মৰাই ভাল,—মৰাই ভাল। কেৱল ময়েই আজি ভাৰত-বিজয়ী মোগল-সম্ৰাটৰ এই অপমান, এই কলঙ্ক, এই পৰাজয় আনি,—চন্দ্ৰ-দিবাকৰ থকালৈকে বিজয়ী পতাকাক নত কৰিলো! আস্—এতিয়া উপায় কি? মই যাওঁ কলৈ—? কৰো কি?

[ তেতিয়াও কেওপিনে যুদ্ধৰ চিঞৰ-বাখৰ আৰু বন্দুকৰ অজস্ৰ ধ্বনি—চলি থাকে। মানুহৰ তেজেৰে তৰোৱাল ৰাঙলী কৰি—বেগে লাচিতৰ প্ৰবেশ। ]

লাচিত—যুদ্ধ এৰি পলাই আহিলি কিয় ৰামসিংহ? এতিয়া তই লুকাই সাৰিবি ক'ত? চাই ল—ভালকৈ চাই ল, সৌৱা তোৰ সৈন্যহঁতৰ হ'ল কি? সৌৱা, তোৰ সকলো চাউনি চাঁয় হৈ গ'ল। ধৰ, অস্ত্ৰ ধৰ,—পাৰ যদি তোৰো প্ৰাণ ৰক্ষা কৰ, ৰক্ষা কৰ—

ৰামসিংহ—বেছ সেয়ে হওক। আহ—যুদ্ধ কৰ, যুদ্ধ কৰ।

[ দুয়োৰো পুনৰ তুমুল যুদ্ধ, শেষত ৰামসিংহ পৰাজয় হৈ প্ৰাণ লৈ পলাই যায়। ]

লাচিত—( উচ্চৈস্বৰে ) কলৈ পলাইছ ৰামসিংহ? এইভাৱে পলালি কিয়? ছিঃ ছিঃ এই শৌৰ্য-বীৰ্ষ লৈ অসম আক্ৰমণ কৰিবলৈ

আহিছিলি কাপুৰুষ? যা, তোৰ দৰে পলৰীয়া—কাপুৰুষ—অপদাৰ্থক হত্যা কৰি লাভ নাই,—হাঃ হাঃ হাঃ—

( বেগে ডেকা ফুকনৰ প্ৰবেশ )

ডেকাফুকন—আমাৰ জয় হ'ল—আমাৰ জয় হ'ল—। এই শৰাই-ঘাটৰ ৰণত আমাৰ জয় আৰু মোগলহঁতৰ ঘোৰ পৰাজয়—হাঃ হাঃ হাঃ—

লাচিত—চোঁৰা, চোঁৰা, সৌৱা কাপুৰুষ ৰামসিংহ পলাই গ'ল। যাওক, তাক হত্যা নকৰোঁ। সেই অপদাৰ্থৰ পৰাই, পৰদ্ৰব্য লুণ্ঠনকাৰী—মদগৰ্বী—সেই পাপাত্মা মোগল ৰজাই গম পাওক—অসমীয়া জাতিৰ কেনে পৰাক্ৰম! আজি যুদ্ধৰ অৱসান হ'ল, এতিয়া এই বিজয়ৰ বাৰ্তা লৈ গড়গাৱঁৰ অভিমুখে যাওঁ, বলা। আজিৰ পৰাই হওক,—এই শৰাই ঘাটৰ মোগল-বিজয়ী অসমীয়াৰ দেশাত্মবোধৰ জ্বলন্ত নিদৰ্শন—জাতিৰ সৰ্বশ্ৰেষ্ঠ প্ৰতীক্—যশ-ধ্বজা।

ডেকাফুকন—( উচ্চৈস্বৰে ) জয় অসমৰ জয়! জয় স্বৰ্গদেৱৰ জয়!

( আনন্দেৰে দুয়ো গুচি যায় )

[ সমাপ্ত ]

৮

## দেশ-প্ৰেম

### দৃশ্য—পূৰ্ণানন্দ বুঢ়াগোহাঁঞিৰ ডাঙৰীয়াৰ শয়নকক্ষ

[ শয়ন-কক্ষৰ এখনি অতি জাকজমক্ সোণ-ৰূপ খচিত ধুনীয়া পালেঙত অসুস্থ অৱস্থাত পূৰ্ণানন্দ বুঢ়াগোহাঁঞি ডাঙৰীয়া। কাষত—দেৱাইৰ পাত্ৰ, তামোলৰ বটা, বাণকাঁহি, বাণবাটী, লোটা-চৰিয়া থাকে। বেৰত ওঁৰা অৱস্থাত কেইখনমান তীক্ষ্ণ হেংদান। ডাঙৰীয়াৰ শিতানৰ ফালে এখন সোণৰ শৰাইৰ ওপৰত ডাঙৰ-দীঘল তীক্ষ্ণ তৰোৱাল। বৰ চিন্তিত অৱস্থাত ৰুচিনাথে ইটো-সিটো দেৱাই দি দেউতাকক শুশ্ৰূষা কৰি থাকে, সেইভাৱে পিজৌ গাভৰুৱেও ডাঙৰীয়াক পানী দিয়ে,—বিছি থাকে। বাহিৰ ফালৰ পৰা সঘনে কাৰোবাৰ আকুল-কৰুণ-ক্ৰন্দনৰ ধ্বনি ভাঁহি আহে। লগে লগে অলপ দূৰত অজস্ৰ বন্দুক-বৰতোপৰ গৰজনি শুনা যায়—সেই ধ্বনিৰ লগে লগে মানুহৰ চিঞৰৰ বাখৰ আৰু অভূতপূৰ্ব্ব আৰ্ত্তনাদ। "মান-মান, উস্ ৰক্ষা কৰা-ৰক্ষা কৰা, প্ৰাণ যায়,—প্ৰাণ যায়" এই বিলাক হৈ-চৈ ধ্বনি ভালকৈ শুনিবলৈ পোৱা হয়। সেই ধ্বনি বুঢ়াগোহাঁঞি ডাঙৰীয়াৰ ধৈৰ্য নোহোৱা হয়; অতি উৎকণ্ঠিত ভাৱে বাৰে বাৰে উঠিবলৈ চেষ্টা কৰিও উঠিব পৰা নাই। ৰুচিনাথে "দেউতা-দেউতা" বুলি দেউতাকক দুহাতে সাৱটি ধৰে। গোটেই কক্ষত এক অভূতপূৰ্ব্ব পৰিস্থিতিয়ে দেখা দিয়ে—কাৰো গাত ধৈৰ্য্য নোহোৱা অৱস্থা—ক্ৰমান্বয়ে বাহিৰত মানুহৰ চিঞৰৰ বাখৰ আৰ্ত্তনাদ বেছি হৈ উঠে। ]

পূৰ্ণানন্দ—( ব্যাকুলভাৱে ) মান? মান? উস্ নাৰকী বদন বৰফুকনে দেশলৈ মান আনিছে? সি মানুহক কচুকটা দিয়াই ৰং চাইছে? দেশ ভাঙি লণ্ড-ভণ্ড কৰাইছে? চাৰিওফালে তেজৰ নৈ বোৱাইছে? আস্ এই মহা দুৰ্যোগত মোৰ কি হ'ল—কি হ'ল গোহাঁঞিদেৱ? মোৰ আজি হৈছে কি? মই ইমান দুৰ্বল হৈ পৰিছোঁ কেলৈ? হায়, মোৰ মৰমৰ প্ৰজাক এই মহা বিপদত ৰক্ষা কৰিব কোনে? তেওঁলোকক চাব কোনে? আজি

শত্ৰুক বাধা দিবলৈ আছে কোন? কোন আছে? উস্‌ গোহাঁঞিদেৱ! গোহাঁঞিদেৱ!

ৰুচিনাথ—এতিয়া চিন্তা কৰিলে কি হব দেউতা? যি হবলগীয়া আছিল, সেয়ে হৈছে! মানে দেশ ভাঙি থান্‌বান্‌ কৰিছে,—এতিয়া আমাৰ কোনো উপায় নাই দেউতা!

পূৰ্ণানন্দ—নহয়, নহয়, মোক লৈ বলা,—মোক লৈ বলা। মই উচিত প্ৰতিকাৰ কৰিব পাৰিম, নিশ্চয় পাৰিম। মই আজি সম্পূৰ্ণ দুকুৰি বছৰে, এই হাতেৰেই আমাৰ ভাগী উৱলি যাবলৈ ধৰা ঘৰখন, কিমান কষ্টেৰে আকৌ সজীৱ কৰি তুলিছিলো! কিন্তু—কিন্তু সেই কালকেতু-মহাপাতকী-নাৰকী বদনচন্দ্ৰই সকলো শেষ কৰি পেলালে! সি বৰ ঘৰৰ বৰ্বৰ মানক সুমোৱাই তেনেই লণ্ড ভণ্ড কৰি—দেশখন শ্মশানত পৰিণত কৰিছে। উস্‌-মই-মই কেনেকৈ সহ্য কৰিম গোহাঁঞিদেৱ, সহ্য কৰিম কেনেকৈ? নাই,—নাই, অসম্ভৱ—অসম্ভৱ—নোৱাৰো। তুমি মোক লৈ ব'লা—মোক লৈ ব'লা—মোক লৈ বলা—

ৰুচিনাথ—আপুনি যে বৰ দুৰ্বল—অসুস্থ! এই অসুস্থ গাৰে যাব কেনেকৈ? আপুনি ক্ষান্ত হওক দেউতা—

পিজৌ—দেউতা! দেউতা! এনে কৰিছে কিয়? ধৈৰ্য ধৰক—?

পূৰ্ণানন্দ—এতিয়াও হবলৈ বাকী আছে কি? বদনে মান আনি বৰঘৰ পোৱালেহি যেতিয়া, একো বাকী থকা নাই। কেৱল সেয়ে নহয়—সেয়ে নহয়, সি মোকো হত্যা কৰিবলৈ আগবাঢ়ি আহিছে; মই-মই-তাৰ সৈতে যুঁজিম—ৰণ কৰিম। তোমালোকে মোক লৈ বলা—লৈ বলা। পলম্‌ কৰিছা কেলৈ? আৰু যে সময় নাই,—দেশ যায়,—দেশ যায়—উস্‌—

ৰুচিনাথ—এতিয়াও আমাৰ অসংখ্য বন্ধুৱাই নগৰৰ কেওপিনে পহৰা দি আছে। আৱশ্যক হলে মইও যাম্‌—আপনি ধৈৰ্য ধৰক—ইমান চিন্তিত নহব দেউতা—



পূৰ্ণানন্দ—মিছা-মিছা অসম্ভৱ-অসম্ভৱ। মই জানো, শত্ৰুৰ শত সহস্ৰ সৈন্যৰ আগত আমাৰ ছেদেলি-ভেদেলি হৈ পৰা এমুঠি সৈন্যই মানক বাধা দিবলৈ অক্ষম। শুনা, তুমি তেনেই ভুল কৰিছা—তোমাৰ ধাৰণা সম্পূৰ্ণ ই ভুল। বোধকৰো এতিয়া মানে আমাৰ গোটেই নগৰ পতন হৈছে,—বোধকৰো আমাৰ কাৰো ৰক্ষা হোৱা নাই! উস্‌—মই এতিয়াও কি চাবলৈ জীয়াই আছোঁ? আস্‌ বোৱাৰী! বোৱাৰী!

পিজৌ—দেউতা! দেউতা!

পূৰ্ণানন্দ—শুনিছা? শুনিছা? তোমাৰ দেউতাৰে মান আনি কেনেকৈ প্ৰতিশোধ লৈছে? কেনে হৈছে? কেনে পাইছা? কোৱাঁ—কোৱাঁ—সেইবোৰ চাই ভাল লাগিছেনে আই?—ভাল লাগিছেনে।

পিজৌ—মোৰ পিতৃ-দেউতা হলেও কবলৈ বাধ্য যে, যি পিতৃয়ে দেশৰ মান-সন্মান বুজি নাপালে, যি মানুহৰ তেজৰ নৈ বোৱাই —ৰং চাইছে—সি কেৱল দেশ-দ্ৰোহীয়েই নহয়, সি নৰকৰ কীট্‌—নৰাধম—পিশাচ—কুলাঙ্গাৰ—আৰু মহাপাপী—

পূৰ্ণানন্দ—( এটা বিকট হাঁহিৰে ) হাঃ হাঃ হাঃ। পাপী, সি মহাপাপী? তুমিও সেই কথা অনুভৱ কৰিব পাৰিছা আই? সঁচা, সঁচা, দেশতকৈ ডাঙৰ কোনো হব নোৱাৰে। তোমাৰ জন্মদাতা পিতৃ হলেও সি দেশদ্ৰোহী,—সি দেশৰ মহা শত্ৰু। ঠিক্‌ কৈছা, এইয়ে পূৰ্ণানন্দ বুঢ়াগোহাঁঞিৰ আদৰ্শ বোৱাৰীৰ বীৰোচিত উক্তি। সচাঁ—সচাঁ—মই তাক স্বীকাৰ কৰিছো—স্বীকাৰ কৰিছোঁ—।

পিজৌ—কেৱল সেয়ে নহয় দেউতা! তেওঁৰ এই নীচ স্বাৰ্থপৰ দেশ-দ্ৰোহিতাই ফুকনৰ বংশকো যুগ-যুগান্তৰলৈ মুখত কলা ছাই সানি কলংকিত কৰিলে! মোৰ ধাৰণা, ঈশ্বৰেও তেওঁক অভিশাপ দিব। বদন বৰফুকনৰ নাম শুনিলে লাজ আৰু ঘৃণাত মানুহৰ নাক কোচখাই যাব।

পূৰ্ণানন্দ—তুমি—তুমি—কন্যা হৈ এনে কথা কেনেকৈ কৈছা আই? বদনচন্দ্ৰ বৰফুকন যে তোমাৰ জন্মদাতা পিতৃ-দেউতা?

পিজৌ—সচাঁ, বদনচন্দ্ৰ বৰফুকন মোৰ জন্মদাতা পিতৃ; কিন্তু যি পিতাই এনে নীচ স্বাৰ্থান্ধ হৈ জনতাৰ তথা দেশৰ কেঁচা তেজৰ ঢল বোৱাই বৰতৃপ্তি অনুভব কৰিব পাৰে, যি পিতৃয়ে দেশৰ সুখ-দুখৰ কথা নাভাবি—নিচিন্তি বিদেশী-বৰ্বৰহঁতক বৰ ঘৰৰ বৰ পীৰাত বহুৱাই সেৱা-পূজা কৰিব পাৰে আৰু যি পিতাই জাতিৰ মান-সন্মান-গৌৰৱ ৰক্ষা কৰিবলৈ নিশিকিলে,—তেওঁ মোৰ জন্মদাতা পিতা হলেও দেশৰ শত্ৰু,—মোৰো শত্ৰু।

পূৰ্ণানন্দ—ধন্যা আই! তুমি ধন্যা। এনে দেশ-প্ৰেমৰ উজ্জল চানেকী লৈ মোৰ জননী জন্মভূমি সুষমা অসমা চিৰকাল উজলি জিলিকি থাকিব। মোক—মোক—ইয়াতোকৈ সৰহ একো নালাগে—মই একো নিবিচাৰো। এই গৌৰৱ লৈ হয়তো মই মহা আনন্দত মৰিবও পাৰিম। মই দেশবাসীক এই দেশাত্ম-বোধত অনুপ্ৰাণিত কৰিবলৈকে ইমান যত্ন ইমান সাধনা কৰিছিলো। শুনা,—শুনা, তোমালোকৰ এই সৰ্ব্বশ্ৰেষ্ঠ দেশাত্মবোধ যেতিয়ালৈকে সজীৱ হৈ জীয়াই থাকিব, তেতিয়ালৈকে অসমৰ ভাগ্য-ৰবি কোনো কালেই মাৰ যাব নোৱাৰে,—মাযায়—নাযায়—

পিজৌ—আমি আৱশ্যক মতে তেনে দেশদ্ৰোহীৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিবলৈও প্ৰস্তুত। সচাঁ, দেশৰ মান-মৰ্যাদাতকৈ সেই—সেই—কুলাঙ্গাৰ পিতৃ কোনো গুণেই ডাঙৰ হব নোৱাৰে। মই তেনে পিতৃক নিজ হাতে হত্যা কৰিও দেশৰ গৌৰৱ অটুট ৰাখিবলৈ প্ৰস্তুত আছো—

পূৰ্ণানন্দ—মই আজি বৰ সুখী হৈছো আই! যথাৰ্থই তুমি দেশৰ বীৰাংগনা, সত্যবাদিনী, জননীৰ সুযোগ্যা কন্যা। এই স্বৰ্গীয় মনোভাব বুকুত লৈ তোমালোক জীয়াই থাকা,—জিলিকি



থাকা। বিশ্ব জগতে এদিন বুজিব, শিকিব, অনুভৱো কৰিব পাৰিব,—তোমালোকৰ এই অপূৰ্ব বল-বীৰ্য, দেশপ্ৰেম আৰু বীৰত্বৰ কাহিনী। মই—মই সেই গৌৰৱৰ জয়ধ্বজা বুকুত সাৱটিলৈ মৰিবলৈ পাওঁ যেন। তেতিয়া—তেতিয়া—মৰণৰ পিছতো শান্তি পাম, তৃপ্তি পাম, সুখী হম; হাঁহিম—প্ৰাণখুলি হাঁহিবও পাৰিম।

ৰুচিনাথ—দেউতা! দেউতা! আপুনি অতিকৈ দুৰ্বল; এই অৱস্থাত সেইবোৰ ভাবি ভাবি অধৈৰ্য নহব,—ধৈৰ্য ধৰক।

পূৰ্ণানন্দ—গোহাঁঞিদেৱ! শুনা, হয়তো এই অধৈৰ্যতাৰ মাজতেই প্ৰাণ এৰিব লাগিব! গতিকে যোৱাৰ আগতে আজি তোমাক কেইটামান কথা কৈ যাওঁ—মনত ৰাখি বা,—আগলৈও নাপাহৰিবা।

ৰুচিনাথ—কওক দেউতা! আপোনাৰ বাক্য পালন কৰিম,—কেতিয়াও নাপাহৰো—

পূৰ্ণানন্দ—দেশৰ কিছুমান চক্ৰান্তকাৰী অকৃতজ্ঞহঁতে অযথা মোক বৰ ভুল বুজিলে! মই সিহঁতৰ সেই ভুলবোৰ ভাঙিবলৈকে আপ্ৰাণ চেষ্টা আৰু যত্ন কৰিছিলো; কিন্তু তাকে কাৰ্যত পৰিণত কৰিবলৈ নাপালো! মই দেশখন কি কঠোৰ ব্ৰজ মুঠিৰে পৰিচালনা কৰিছিলো,—সেইবিলাক আজি নুবুজিলেও এদিন বুজিব,—মৰ্মে মৰ্মে অনুভৱো কৰিব পাৰিব। দেশ শাসনৰ দায়িত্ব ল'ৰাৰ ধেমালিৰ খেলা নহয়—হোৱাও উচিত নহয়।

ৰুচিনাথ—সেইবিলাকৰ কোনো কালেই কল্যাণ হব নোৱাৰে,—সিহঁত চিৰ অকৃতজ্ঞ,—বিশ্বাসঘাতক দেউতা—

পূৰ্ণানন্দ—সিহঁতে আমাৰ ৰাজনীতিৰ শিয়নিত শুই, কি ভাৱে গৃহ-কন্দল সৃষ্টি কৰি কঁকাল ভাঙিলে,—সেই নীচ কাৰ্য-কলাপো পাহৰিব পাৰিবা জানো? সিহঁতে শাসনৰ বাঘজৰীডাল চুবলৈ পাই তাক সেই ল'ৰাৰ ধেমালিৰ বস্তু বুলি ভাবিলে, উপকাৰৰ বিনিময়ত মাধমাৰ মাৰি বৰ ভাল পালে! আজি সিহঁতৰ

অকৃতজ্ঞতাৰ চৰম সীমা পাৰ হৈ গ'ল। সেইবাবে কওঁ, সিবোৰৰ প্ৰতি আগলৈ সতৰ্ক আৰু সাৱধান হবা,—দেশৰ সৰ্বশ্ৰেষ্ঠ স্বাৰ্থ-স্বত ৰক্ষাৰ্থে কেতিয়াও নাপাহৰিবা। মনত ৰাখিবা,—আৱশ্যক মতে প্ৰাণ বিসৰ্জন দিও, দেশৰ আৰু জাতিৰ মান-সন্মান-গৌৰৱ ৰক্ষা কৰিবা—

ৰুচিনাথ—আপোনাৰ ধৰ্মবাক্য প্ৰাণপণে পালন কৰিম। সচাঁ, এতিয়াহে বুজিব পাৰিছোঁ—ধৰ্মৰ নামতো কি ৰাজনৈতিক মেৰজাল পাতি আমাক পংগু কৰি পেলালে! এতিয়াহে বুজিছো—আমাৰ এই গৃহ কন্দলৰ সূত্ৰপাত কোন আৰু কিয় হ'ল—

পূৰ্ণানন্দ—বুজিব পাৰিছানে, আজি কি কঠিন পৰিস্থিতিৰ মাজত দেশ পৰিচালনা কৰিছিলো? উস্ মই যে কোনো দিনেই শান্তিৰে বাস কৰিবলৈ নাপালো! কেওফালে কেৱল বিশ্বাসঘাতকতা, ষড়যন্ত্ৰ, কটাকটি, মৰামৰি, উৎপাত-উৎপীড়ণৰ মাৰাত্মক দাবাগ্নি! হায়, দেশৰ এই অধঃপতন-পৰিস্থিতি গুচিব কেতিয়া? সিহঁতে—সিহঁতে সেইবোৰৰ শেষ পাৰণতিনো মৰ্মে মৰ্মে অনুভব কৰিব কেতিয়া?

ৰুচিনাথ—মিছা সিহঁতৰ সেই মনোভাবৰ বীজ যুগে যুগে কপকপীয়া হৈ আছে আৰু থাকিবও। অৱশ্যে ইয়ো ঠিক যে, এই মহাপাপৰ প্ৰায়শ্চিত্ত আছে,—সিহঁতৰো মৰণ অনিবাৰ্য—

পূৰ্ণানন্দ—সেয়েহে কওঁ,—তেনেবোৰ দেশদ্ৰোহীহঁত থকালৈকে শান্তিৰ ঠাইত অশান্তি সদায় থাকিব। কিন্তু মনত ৰাখিবা, কাঁইটৰ দ্বাৰাই কাঁইট উঘালিব লাগিব আৰু কুকুৰৰ দ্বাৰাই কুকুৰক কামোৰাই ঘৰৰ বাহিৰ কৰিব লাগিব,—এইয়ে ৰাজনীতি।

ৰুচিনাথ—এই ৰাজনীতিৰ কথাও নাপাহৰো দেউতা! সচাঁ, কাঁইটৰ দ্বাৰাই কাঁইট গুচাব লাগিব—!

পূৰ্ণানন্দ—কেৱল সেয়ে জানো? সিহঁতৰ বহুতৰেই ঈষা ভাবো দেখিবলৈ পাবা,—বহুতেই সত্য অপলাপ কৰি জনসাধাৰণৰ



মাজত বিদ্বেষ ভাবৰ বীজো ৰোপণ কৰি আহিছে! কিন্তু আজি জাতিৰ দায়িত্ব-ভাৰ কাৰ? সেইবোৰ সিহঁতে বুজিও নুবুজা আৰু দেখিও নেদেখা হয়। সেইবাবে কওঁ,—তোমালোকে দেশক ল'ৰাৰ ধেমালিৰ ঠাই হবলৈ নিদিবা, আমাৰ জাতীয় বুৰঞ্জীৰ পৱিত্ৰ বুকুখনি প্ৰাণ থাকে মানে পৱিত্ৰ আৰু উজ্জ্বল কৰি থবা। পূৰ্ব্ব পুৰুষ সকলকো কোনো কালেই হীন কৰি তললৈ ননমাবা,—সিবিলাকে বিনাব, দুখপাব, অভিশাপ দিব—

[আগতকৈও অতি ওচৰতে বন্দুক-বৰতোপৰ শব্দ-ধ্বনি হয়, লগে লগে ল'ৰা-ছোৱালী, মতা-মাইকী সকলৰ আৰ্তনাদ চিঞঁৰ-বাখৰ—"উস্ প্ৰাণ যায় প্ৰাণ যায়, ৰক্ষা কৰা,—ৰক্ষা কৰা"—ধুৱাগোহাঁঞি ডাঙৰীয়াই থমকি ৰৈ সেইবোৰৰ পিনে কাণপাতি শুনে,—তেওঁক আগতকৈও বেছি চিন্তিত আৰু উত্তেজিত হোৱা দেখা যায়, ৰুচি-পিজোঁকো সেই ভাৱে অতি চিন্তিত হৈ কক্ষৰ বাহিৰলৈ চাই থকা দেখি।]

পূৰ্ণানন্দ—উস্ সেইয়া—সেইয়া বন্দুক—বৰতোপৰ শব্দ? ওচৰত—ওচৰত! আস্ গোহাঁঞিদেৱ! গোহাঁঞিদেৱ! তেন্তে—তেন্তে—

ৰুচিনাথ—সোঁৱা, সোঁৱা। শত্ৰু আহি নগৰ সোমাল! উস্ দেউতা! দেউতা! সৰ্বনাশ—সৰ্বনাশ—

পূৰ্ণানন্দ—কি ক'লা? কি ক'লা? শত্ৰু আহি নগৰ সোমাল? আমাৰ নগৰ পতন হ'ল? উস্—উস্—গ'ল,—সকলো গ'ল, দেশ ধ্বংশ হ'ল—অসম আন্ধাৰ হ'ল! আস্—মোৰ অসমক ৰক্ষা কৰিব নোৱাৰিলো,—মোৰ সকলো চেষ্টা ব্যৰ্থ হৈ গ'ল! উস্ নিয়তি! পাষানী! তই—তই—এইভাৱে কি খেলা খেলিলি? তই কৰিলি কি? বুকুৰ তেজেৰে গঢ়া প্ৰাণৰ দেশখন এনেকৈ গ্ৰাস কৰিলি কিয়?

পিজোঁ—দেউতা! দেউতা! উপায়? এতিয়া উপায় কি?

ৰুচিনাথ—দেউতা! কৰো কি? আমাৰ উপায় কি?

পূৰ্ণানন্দ—(অতি অধৈৰ্য আৰু উত্তেজিত হৈ) তৰোৱাল, মোৰ তৰোৱাল ক'ত?

[ ডাঙৰীয়াই অতি আবেগৰ মাজত ওচৰত থকা তৰোৱালখন লবলৈ হাত মেলাৰ লগে লগে, পালেঙৰ পৰা বাগৰি পৰি মুচ্ছা যায়। ৰুচি-পিজৌৱে ব্যাকুল ভাৱে দেউতাকক তাৰ পৰা পালেঙলৈ তুলি নি পানী দিয়ে,—বিছে, —তধা লাগি দেউতাকৰ মুখৰ পিনে চাই থাকে। ]

ৰুচিনাথ—উস্ দেউতা! দেউতা!

পিজৌ—কি কৰিলে? কি কৰিলে? দেউতা! দেউতা! আস্—

[ ব্যাকুল হৈ দুয়ো দেউতাকৰ গাত ধৰি কান্দিবলৈ ধৰে; বাহিৰত পুনৰ দুগুণে মানুহৰ চিঞৰৰ বাথৰ হয়, বন্দুক-বৰতোপৰ শব্দ-ধ্বনিত ক্রমান্বয়ে কাৰো মাত ক'তো শুনিবলৈ নাই। চাৰিওফালে ভীষণ তর্জন-গর্জন-হুলস্থূল। বুঢ়াগোহাঁঞি ডাঙৰীয়াই কষ্টত বৰকৈ ছটফটাবলৈ ধৰে,—তেওঁৰ দুই চকুত অজস্র চকুপানী—। ]

পূর্ণানন্দ—( অস্পষ্ট আৰু ক্ষীণ স্বৰে ) উস্—গ'ল,—সকলো গ'ল বিস্মৃতিয়ে—বিনাব, বুৰঞ্জীয়ে—কান্দিব, দেশে নাপায়,—একো—না—পা—য়— ( মৃত্যু )

( পিজৌ ৰুচিনাথে দেউতাকক সাৱটি ধৰি "দেউতা—দেউতা" বুলি কান্দি কান্দি চিঞৰে; এনেতে হাতত তীক্ষ্ণ খোলা তৰোৱাল লৈ তীব্র বেগেৰে বদন বৰফুকন ভিতৰ সোমাই আহি চিঞৰি চিঞৰি কবলৈ ধৰে )

বদন—ক'ত? মোৰ মহাশত্রু সেই পূর্ণানন্দ বুঢ়াগোহাঁঞি ক'ত? মই আজি তাক কাটি কাটি খণ্ড-বিখণ্ড নকৰো মানে ক্ষান্ত নহওঁ। মোক তাক লাগে—লাগে—!

( বদনে বুঢ়াগোহাঁঞিৰ ফালে আগবাঢ়ি যায়, ৰুচি পিজৌৱে তৎক্ষণাত বেৰত আঁৰি থোৱা হেংদান্ লৈ বদনৰ সমুখত থিয় হৈ বাধা দিয়ে )

পিজৌ—সাৱধান দেশদ্রোহী পিশাচ! তই এখোজো আগবাঢ়ি নাহিবি। ৰাজমন্ত্রী ডাঙৰীয়া নাই যদিও, এতিয়াও আমি প্রাণলৈ জীয়াই আছোঁ—

ৰুচনাথ—সাৱধান কুলাংগাৰ! ৰাজমন্ত্রী পূর্ণানন্দ বুঢ়াগোহাঁঞি ডাঙৰীয়াৰ পুত্র—এই ৰুচিনাথ মৰা নাই, এতিয়াও সশৰীৰে জীয়াই আছে। মই এতিয়াও তোৰ মহাপাপৰ প্রায়শ্চিত্ত



কৰিবলৈ সম্পূর্ণই সক্ষম; আহ,—পাৰ যদি অস্ত্রৰ পৰীক্ষা কৰিবলৈ প্রস্তুত হ—প্রস্তুত হ—

বদন—( হতাশ ভাৱে কেইখোজমান পাচুৱাই গৈ ) কি, কি, তেন্তে মোৰ একমাত্র মহাশত্রু যেই পূর্ণানন্দ বুঢ়াগোহাঁঞি এতিয়াও জীয়াই থকা নাই? মই যাৰ বাবে এই অভুতপূর্ব্ব বিৰাট আয়োজন কৰিছিলো,—সিয়েই পাৰ হৈ গ'ল! উস্ মোৰ সকলো আশা ব্যর্থ হৈ গ'ল,—মোৰ কি দুর্ভাগ্য!

পিজৌ—কি ভাবিছ ৰাক্ষস? পাৰ যদি যুদ্ধ কৰি ৰক্ষা পৰ,—নতুবা আত্মসমর্পণ কৰ—

বদন—পিজৌ! পিজৌ! তই জানো মোৰ কন্যা নহৱ?

পিজৌ—সাৱধান! ঘৃৰিবাৰ তেনে কথা উচ্চাৰণ নকৰিবি। মোৰ পিতৃ বদনচন্দ্র বৰফুকন নাই,—বদন মৰিল! যিদিনা বিদেশী বর্ব্বৰৰ মানহঁতক মাতি আনি দেশৰ পৱিত্র সীমা গচকি-ফেনেকি-নেওচি দেই থৈ আহিল, যিদিনা অসমৰ শত সহস্র নিৰীহ, সৰল-হোজা জনতাৰ ওপৰত পাশৱিক অত্যাচাৰ চলাই ৰং পালে, যিদিনা অসমী আইৰ ৰাজহাড় ভাঙ্গি দাল্-দাল্ কৰি ন্যায়-অন্যায়ৰ হিতাহিত জ্ঞান-বিবেক হেৰুৱাই এক অভুতপূর্ব্ব তাণ্ডৱ-নৃত্য কৰিলে,—সেইদিনাই মোৰ দেউতা সেই বদনচন্দ্র বৰফুকন মৰিলে—!

বদন—( আচৰিত হৈ ) কিয়? তই—তই এই বিষয়ে মোক সহায় কৰাও নাছিলি জানো পিজৌ?

পিজৌ—হয়, কৰিছিলো,—মোৰ পিতৃদেৱতাৰ প্রাণ ৰক্ষাৰ হেতুকে; কিন্তু সেইবুলি এইভাৱে মান আনি দেশ নৰকত পৰিণত কৰিবলৈ নহয়—

বদন—তই—তই—তেনেই ভুল বুজিছ পিজৌ! তই নাজান—তই গম নাপাৱ,—এই পূর্ণানন্দ বুঢ়া গোহাঁঞিৰ আমাৰ ঘৰলৈ কেনে শত্রুতা—কেনে আক্রোশ—

পিজৌ—ছিঃ ছিঃ, স্বৰ্গীয় বুঢ়া গোহাঁঞি ডাঙৰীয়াক এইভাৱে দোষাৰোপ কৰিবলৈ তোৰ লাজ নালাগেনে পিচাশ? দোষ কাৰ? সকলো দোষ তোৰ নিজৰেই নহয়নে? ভাবিচা, তই দেশৰ এটা দায়িত্বপূৰ্ণ গধুৰ বিষয়ত থাকি, তই কামৰূপীয়া প্ৰজাৰ ওপৰত নকৰিলি কি? সেই মানুহবিলাক কি তোৰ ভবিৰ ধূলি আৰু তোৰ খেলাৰ পুতলা আছিলে? সিমানতো কি পিতৃ পূৰ্ণানন্দ বুঢ়া গোহাঁঞি ডাঙৰীয়াই তাৰ উচিত প্ৰতিকাৰ নকৰি, অবিবেচক, কাপুৰুষ, অপদাৰ্থৰ দৰে নীৰৱে চাই থাকিব লাগিছিলে নেকি?

বদন—তই ভুল বুজিছ পিজৌ! বুঢ়া গোহাঁঞিৰ ঘৰলৈ পৰি—তোৰ পূৰ্ব্ব হিতাহিত জ্ঞান-বুদ্ধি তেনেই হেৰুৱাই তই আপোন পাহৰা হৈছ! ছিঃ ছিঃ মই তোৰ পৰা এনে নীচ, এনে ঘৃণিত দুৰ্ব্যৱহাৰ পাম বুলি সপোনতো ভবা নাছিলো! উস্ আজি মোৰ সকলো পৰিকল্পনাই বেলেগ ৰূপ ধাৰণ কৰিছে; আজি মোৰ সকলোবোৰ চেষ্টা অথলে গ'ল—অথলে গ'ল—

পিজৌ—যদি তোৰ প্ৰাণলৈ ইমানেই মমতা আছে, এতিয়াই—এই মুহূৰ্ত্তত ইয়াৰ পৰা ওলাই যা; নহলে—নহলে—তোৰ মৃত্যু অনিবাৰ্য্য—

বদন—উস্, ইমানদূৰ? ৰাক্ষস! ইমান তোৰ সাহ? চাওঁ, তোক আজি ৰক্ষা কৰে কোনে—

[ পিজৌক কাটিবলৈ বদন আগবাঢ়ি যায়, ৰুচিনাথে নিজৰ হেংদানেৰে বাধা দি আক্ৰমণ কৰি খেদি নিয়ে। তেওঁলোকৰ তীব্ৰ আক্ৰমণত তিষ্ঠি থাকিব নোৱাৰি পিচ হুহকি হুহকি গৈ বদনৰ পলায়ন। ]

ৰুচিনাথ—( উচ্চস্বৰে ) যা, কাপুৰুষ! তোৰ এই মহাপাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ এতিয়াও সময় নোহোৱা নহয়। তই দেশত এই মাৰাত্মক জুই জ্বলাই দেউতাক যিভাৱেই বলিয়া কৰি মাৰিলি,



সেইভাৱেই—ঠিক সেই ভাবেই তোক এদিন আওমৰণেৰে মাৰি প্ৰতিশোধ লম,—ভীষণ প্ৰতিশোধ।

[ ৰুচিনাথে "দেউতা—দেউতা" বুলি উদ্‌বাউল হৈ দেউতাকৰ মৃতদেহ সাৱটি ধৰি কান্দিবলৈ ধৰে। সেই ভাবে পিজৌৱেও কান্দি-কাতি ব্যাকুল হৈ পৰে। লগে লগে গোটেই কক্ষত কেওফালে কৰুণ ক্ৰন্দনৰ ধ্বনি ৰেছি হৈ উঠে। ] *

( আৰ কাপোৰ )

[ সমাপ্ত ]

* 'আৱাহন'ত প্ৰকাশিত।

( ৯ )

# সীমান্তৰ বীৰ জোৱান

## দৃশ্য—পাহাৰৰ একাংশ।

[ কেওফালে গভীৰ অৰণ্য। লাহে লাহে অন্ধকাৰ আতৰি যায়। বাঙলী পোহৰৰ কিৰণত চৌদিশ ভালকৈ দেখিবলৈ পোৱা হয়। খন্তেক এক নীৰৱ-গহীনতা পৰিলক্ষিত হোৱাৰ পিচত, দূৰৈত বন্দুক-বৰতোপৰ শব্দ ধ্বনি শুনা যায়। মানুহৰ "ধৰ্ ধৰ্—মাৰ মাৰ—কাট কাট—"চিঞৰ বাখৰ ভাঁহি আহে। দুজন ভাৰতীয় জোৱানে এজন আহত ব্ৰিগেডিয়াৰক অতি কষ্টেৰে আনি এজোপা গছৰ তলত থয়। ককাঁলৰ পৰা ধাৰাসাৰে অজস্ৰ তেজ ওলাই থাকে,—কেওজনৰে গা-মুখত তেজৰ দাগ্। ]

ব্ৰিগেডিয়াৰ—( কষ্টেৰে ) তোমালোকে— মোক— মোক—কলৈ আনিলা ভাই? উস্ চীনাহঁতৰ গুলীয়ে যে মোৰ কঁকাল তেনেই ভাঙি থৈ গ'ল! মোৰ উঠিবৰ সাধ্য নাই, চৌদিশ আন্ধাৰ দেখিছোঁ,—মৃত্যু—মৃত্যু—অনিবাৰ্য—। যোৱা, তোমালোক ইয়াৰ পৰা আতঁৰি যোৱা, নহলে—নহলে এই গুলীয়া-গুলীৰ মাজত তোমালোকৰো ৰক্ষা নহব—

ধনবাহাদুৰ—সোৱা, সোৱা, চীনাহঁতে আমাৰ সৈন্যক চাৰিওফালৰ পৰা আক্ৰমণ কৰিছে। উস্ সোৱা—সোৱা—আমাৰ বম-দিলাৰ কেম্পো সিহঁতে ধ্বংস কৰি পেলাইছে।

ৰাজেন্—ব্ৰিগেডিয়াৰ চাহাব! এই ভীষণ কটা-কটি, গুলীয়া-গুলীৰ মাজত আপোনাক এই অৱস্থাত এৰি থৈ যাম কলৈ? আপুনি তেনে আদেশ নকৰিব চাহাব! আমি নাযাওঁ—আমাক ক্ষমা কৰক—

ব্ৰিগেডিয়াৰ—আজি গোটেই দিন যুদ্ধ কৰি কৰি বৰ অৱশ হৈ পৰিছোঁ; আজি এটোপা পানীও খাবলৈ আজৰি পোৱা নাই।



মোৰ গোটেই অন্ঠ-কণ্ঠ শুকাই গৈছে,—মোক এটোপা পানী দিয়া,—পানী—পানী—

( জোৱান দুজনে নিজ নিজ পানীৰ পাত্ৰ জোকাৰি চাই, তাত পানী নাপাই হতাশ অৱস্থাত তলমূৰ কৰে। )

ব্ৰিগেডিয়াৰ—দিয়া, দিয়া, মোক এটোপা পানী দি সহায় কৰা ভাই! আস্ ডিঙিটো বৰকৈ শুকাই গৈছে—পানী—পানী—পানী—

ধনবাহাদুৰ—( দুখ মনে ) আমাৰ হাতত পানী নাই হজুৰ! সকলো শেষ হৈ গ'ল—

ৰাজেন্—খন্তেক অপেক্ষা কৰক, মই সৌ ওচৰতে পানী বিচাৰি যাওঁ—

ব্ৰিগেডিয়াৰ—( বাধা দি ) নহয়—নহয়, নাযাবা—নাযাবা। চীনা-হঁতে এতিয়া গোটেই বমডিলা অধিকাৰ কৰিছে; সিহঁতে দেখিলে সৰ্ব্বনাশ হব, তোমাক গুলী কৰিব—তোমাক হত্যা কৰিব—

ৰাজেন্—তেন্তে এতিয়া উপায় কি? কৰো কি?

ব্ৰিগেডিয়াৰ—উপায়? উপায় একো নাই ভাই! মই—মই—এই ভাবেই মৰিম; তথাপি—তথাপি—তোমালোক ৰক্ষা পৰি থাকা। নাযাবা, নালাগে—নালাগে—

ধনবাহাদুৰ—উস্ আমাৰ হাতত যে, সামান্য এটা গুলীও নাইকিয়া হ'ল! আজি গোটেই দিন গুলীয়াই গুলীয়াই সিহঁতৰ শ—শ সৈন্যক নিহত কৰিলো। এতিয়া নাই গুলী, নাই পানী, নাই খাদ্য!

ৰাজেন্—হায়, যদি আমাৰ পিছৰ কেম্পৰ পৰা নিয়মিতভাৱে সেই-বিলাকৰ ধাৰাবাহিক্ যোগান ধৰিলেহেঁতেন—বমদিলা কেতিয়াও এইভাৱে পতন হবলৈ নাপালেহেঁতেন! আমাৰ অদ্ভুত বিশৃংখলতা আৰু বেমেজালিৰ হেতুকেই আমাৰ পৰাজয় হ'ল, আৰু আমাৰ হাজাৰজন জোৱানেও অবাবতেই প্ৰাণ হেৰুৱালে!

ব্ৰিগেডিয়াৰ—সঁচা—সঁচা—এই অভূতপূৰ্ণ বিশৃংখলতাৰ হেতুকেই আমাৰ হাজাৰ জন জোৱান প্ৰাণ হেৰুৱালে! মই—মই—

ভালকৈ জানো,—আমাৰ আগত চীনা-সৈন্যহঁত অতি নগন্য—অতি সামান্য। এই হাতেৰেই আজিৰ যুদ্ধত সিহঁতৰ দুশৰো অধিক সৈন্যক বধ কৰিছোঁ; কিন্তু কি অদ্ভুত—সিহঁতৰ শ—শ মৰিও পৰুৱা—লানিৰ দৰে সিহঁত আহি থাকে! সেয়ে আমাৰ খাৰ-গুলী অন্ত পৰিল, শেষত নিৰুপায় হৈ এই অৱস্থাত বিপদত পৰিলো!

( দূৰত এৰোপ্লেইনৰ শব্দ শুনা যায়। )

ৰাজেন্—সেইয়া, সেইয়া, দূৰত কাৰ এৰোপ্লেইনৰ আৱাজ?

ধনবাহাদূৰ—( দূৰলৈ লক্ষ্য কৰি ) সৌৱা—সৌৱা—সেইখন আমাৰেই এৰোপ্লেইন্—। সৌৱা, বমদিলাৰ ওপৰত উৰি উৰি অজস্ৰ বয়-বস্তু পেলাবলৈ ধৰিছে—।

ব্ৰিগেডিয়াৰ—কি ক'লা? কি ক'লা? আমাৰ প্লেইন?

ধনবাহাদূৰ—হয় চাহাব! আমাৰ প্লেইন—

ব্ৰিগেডিয়াৰ—( অতি উৎকণ্ঠিত হৈ ) আস্, বমদিলাত বস্তু পেলাইছে? বমদিলা যে তিনি ঘণ্টাৰ পূৰ্ব্বে পতন হ'ল! চীনাহঁতে তাত যে গজগজীয়া হৈকৈ খুটি পুতি বহিছে? আমাৰ পাইলট্সকলে এনে মাৰাত্মক ভুল কৰিছে কিয়? আমাৰ মাজত এনে বিশৃংখল হবলৈ পালে কেনেকৈ?

ধনবাহাদূৰ—সৌৱা, চীনাহঁতে সেই বস্তুবোৰ বুটলি বুটলি সংগ্ৰহ কৰি লৈ গৈছে। সৌৱা, প্লেইনখনো পুনৰ নিৰাপদেই ঘূৰি গল গৈ। আস, এই তীব্ৰ ভোক-পিয়াহত আমি যদি এডোখৰ শুকান ৰুটি আৰু এখনি কাপোৰো লবলৈ পালোহেঁতেন—!

ৰাজেন্—আমাৰ কঁপালত এনে কষ্টকে লিখা আছিলনে? এই বিপদত যাম কলৈ? কৰো কি?

ব্ৰিগেডিয়াৰ—ওঁ, এতিয়া বুজিছোঁ—বুজিছোঁ, হয়তো আমাৰ পাইলট্-সকলে গম নাপায় যে, আমাৰ বমদিলাৰ পতন হৈছে। হয়তো—হয়তো—আমাৰ অফিছাৰসকলেও এই পতনৰ বাতৰি দিবলৈ



পাহৰি গ'ল। হায় ভগবান! ভাৰতৰ এনে দশা কৰিলা কেলৈ?

ৰাজেন্—আমাৰ দেশৰ ভাই-ভনীহঁতে চাগৈ কিমান আশাৰে, কিমান দুখ-কষ্টৰ মাজত এইবিলাক বয়-বস্তু আমাৰ বাবে পঠাই-ছিল! আমি সেইবোৰ পোৱা হলে আমাৰ কতজন জোৱান জীয়াই থাকিলেহেঁতেন। উস্ সকলো ফালেই আমাৰ বিপৰ্যয় ঘটিলে—

ব্ৰিগেডিয়াৰ—( উত্তেজিত হৈ ) আস্-মোৰ গোটেই শৰীৰটো ইমান কঁপিছে কেলৈ? অলপ আগলৈকে এই শীতল বৰফৰ মাজতো বেছ, গৰমত যুদ্ধ কৰি আছিলো, নৱউদ্যমৰ মাজত অতুল বীৰত্বেৰে শত্ৰুৰ ওপৰত জঁপিয়াই পৰিছিলো; কিন্তু এতিয়া ইমান দুৰ্ব্বল, ইমান অৱশ, ইমান নিস্তেজ হৈ গৈছো কিয়? এতিয়া মোৰ মন-প্ৰাণো ইমানকৈ থাকি থাকি কঁপিছে কেলৈ?

ধনবাহাদূৰ—এইয়া আপোনাৰ গাৰ পৰা ধাৰাসাৰে অজস্ৰ কেচাঁ তেজ বৈ আছে, আপুনি যে অতি দুৰ্ব্বল—

ৰাজেন্—আমাৰ অ'ভাৰ কোট কেইটা আপোনাৰ গাত জাপি দিওঁ, —আপুনি অলপ শান্তি লওক—ধৈৰ্য ধৰক—

[ জোৱান দুজনে গাৰ অ'ভাৰ কোট কেইটা খুলি ব্ৰিগেডিয়াৰৰ গাত জাপি দি বেজাৰ মনে চাই থাকে। ]

ব্ৰিগেডিয়াৰ—আস্ এইবোৰ কৰিছা কি? তোমালোকে এই ভীষণ জাৰত গাৰ পৰা অ'ভাৰ কোট খুলি দি আওমৰণে মৰিব খুজিছা কিয়? তোমালোকে অন্যায় কৰিছা—বৰ অন্যায় কৰিছা—

ৰাজেন্—নহয় ৱিগেডিয়াৰ চাহাব! আমাৰ জীৱনৰ মূল্যতকৈ আপোনাৰ জীৱনৰ মূল্য বহুত বেছি। আমি মৰিলে দেশৰ যি ক্ষতি হব—তাতোকৈ আপোনাৰ মৰণে দেশৰ অপূৰণীয় ক্ষতি কৰিব।

ব্ৰিগেডিয়াৰ—( চকু কেইটা তুল্তুলীয়া কৰি ) তোমালোকৰ এই মৰম-—চেনেহৰ কথা পৰকালতো পাহৰিবৰ মোৰ সাধ্য আছে কি?

সচাঁ, সচাঁ, ভাৰত-জননীয়ে তোমালোকৰ নিচিনা বীৰ পুত্ৰক জন্ম দি চিৰধন্যা হৈছে। উস্—তোমালোকক মইনো কি দি মোৰ আন্তৰিক শলাগ জনাম? উস্ আই! আই!

ধনবাহাদুৰ—ব্ৰিগেডিয়াৰ চাহাব! আমাৰ কাৰণে ইমানকৈ ভাবিছে কিয়? এতিয়া কেৱল আপোনাৰ ৰক্ষাৰ উপায় চিন্তা কৰক। কওক, আমি এতিয়া কৰিম কি?

ব্ৰিগেডিয়াৰ—ধনবাহাদুৰ! শুনা, মোৰ অ'ভাৰ কোটৰ জেপত মোৰ এখনি জৰুৰী চিঠি আছিল; তাকে পঢ়িবলৈ আজি দুদিনেও একনি সময় পোৱা নাই। তুমি এবাৰ জেপৰ পৰা উলিয়াই লৈ মোক পঢ়ি শুনাব পাৰানে?—পাৰানে ধনবাহাদুৰ?

(ধন বাহাদুৰে ব্ৰিগেডিয়াৰৰ জেপৰ পৰা চিঠিখন লৈ ডাঙৰ-ডাঙৰ কৈ পঢ়ি শুনায়।)

ধনবাহাদুৰ—(চিঠিখন লৈ পঢ়ি যায়)

—"প্ৰিয়তম্ স্বামী!

আপুনি আমাৰ নেফা সীমান্তত যুদ্ধ কৰিবলৈ গ'ল বুলি জানিবলৈ পাই অত্যন্ত চিন্তিত হৈ আছোঁ। মোৰ বিশ্বাস, আপোনালোকে আমাৰ চীনা শত্ৰুহঁতক হেলাৰঙে পৰাজয় কৰি আমাৰ দেশৰ মান-সন্মান ৰক্ষা কৰিব পাৰিব। আজি আমাৰ ভাৰতেই কিয়—গোটেই জগতবাসীয়ে সেই আশা লৈ সতৃষ্ণ নয়নে বাটচাই আছে।

আপুনি যুদ্ধৰ পিছত যিমান সোনকালে পাৰে দীঘলীয়া ছুটীত আকৌ ঘৰলৈ আহিব। মোৰ বহুত কথা আছে, এইবাৰ আপোনাক বাহুল্য ভাৱে কম,—মই বৰ আশাৰে অপেক্ষা কৰি আছোঁ। আমাৰ প্ৰাণৰ দুলালৰ ভাল— সি এতিয়া অ'ত ত'ত ধৰি বগাব পাৰিছে; সি বাটলৈ চাই চাই "বাবা! আহ, বাবা! আহ" বুলি সদায় আপোনাক চিঞৰি আছে।



মই আপোনাৰ এই অদৰ্শনত কি হৈ পৰিছোঁ—কিমান কান্দিছো,—সিবোৰ লিখা বাহুল্য মাথোন। ৰাতিও মোৰ টোপনি নধৰে, প্ৰায়ে বৰ অধৈৰ্য হৈ পৰো, কোনো মতেই বুজাব নোৱাৰো!

কিন্তু, আমাৰ জননী জন্মভূমিৰ কথা ভাবি ভাবি এই দুখ-বেদনাতো শান্তি আৰু সান্ত্বনা লবলৈ পাহৰা নাই। আমাৰ ব্যক্তিগত জীৱনৰ কথাতকৈ দেশৰ কথা সদায় ডাঙৰ বুলি ভালকৈ বুজি আহিছোঁ। সেই হেতুকেই নিজকে নিজে বুজাই যেনে তেনে দিন কটাইছোঁ। সীমান্তত আপুনি কেনে আছে, কেতিয়ামানে ঘূৰি আহিব পাৰিব, আৰু কেতিবাকৈ মই আপোনাক মোৰ বুকুত পাম,—এই চিঠি পাই তুৰন্তে উত্তৰ দিব, পলম নকৰিব।

শেষত আকৌ কওঁ,—যিমান সোনকালে পাৰে ঘৰলৈ নহাকৈ নাথাকিব! আপোনাৰ অবিহনে মই একনো সুখ-শান্তি পোৱা নাই,—এটা দিনেই মোৰবাবে এবছৰ যেন লাগিছে। সৰ্ব্বশেষত মোৰ আৰু প্ৰাণৰ দুলালৰ মৰমৰ চুমা আৰু মৰম জানিব! ইতি—

আপোনাৰ চৰণৰ সেৱিকা—

—লয়লা—।"

ব্ৰিগেডিয়াৰ—(চিঠি পঢ়াৰ পিছত বৰ অধৈৰ্য হৈ) আস্ এইখনি মোৰ প্ৰাণৰ প্ৰিয়তমা লয়লাৰ চিঠি? উস্ মোৰ একেটি বাছাধন প্ৰাণৰ দুলালে মোক "বাবা-বাবা" বুলি চিঞঁৰি চিঞঁৰি মাতিছে! যুদ্ধলৈ অহাৰ দিনা মোৰ লয়লাক যি কথা দি আহিছিলোঁ—সেই প্ৰাণৰ কথা যে কবলৈ নাপালো—নাপালো! লয়লা! লয়লা! প্ৰাণৰ দুলাল! দুলাল! মই—মই—তহঁতক—তহঁতক—(কণ্ঠৰোধ)

ধনবাহাদূৰ—ব্রিগেডিয়াৰ চাহাব! আপুনি ধৈৰ্য ধৰক। এইয়া—এইয়া—আপোনাৰ গাৰতেজ বৰকৈ ওলাইছে—

ব্রিগেডিয়াৰ—ধনবাহাদূৰ!

ধনবাহাদূৰ—হুজুৰ!

ব্রিগেডিয়াৰ—মোৰ আনটো জেপত এখনি জাতীয় পতাকা আছে, তুমি সেই জাতীয়-পতাকাখনি মোৰ চকুৰ আগত জিলিকাই উৰাই থব পাৰানে? পাৰানে ধনবাহাদূৰ?

ধনবাহাদূৰ—তাৰপৰা লাভ হব কি ব্রিগেডিয়াৰ চাহাব?

ব্রিগেডিয়াৰ—তেতিয়া—তেতিয়া—মই বেছ শান্তি পাম। মোৰ ভাগি ভাগি পৰা মনটোক হয়তো এক স্থিৰ লক্ষ্যত উপনিত কৰাব পাৰিম। মোৰ জননী-জন্মভূমিৰ সেই বিজয়-পতাকাই অন্তৰৰ দুখ-তাপ, ক্লেশ-বেদনা গুচাই হয়তো মোক, মোৰ লক্ষ্যৰ বাটতো আগুৱাই নিব পাৰিব।

ধনবাহাদূৰ—জাতীয় পতাকাৰ কি তেনে শক্তিও আছে হজুৰ?

ব্রিগেডিয়াৰ—শুনা এই জাতীয়-পতাকাৰ গুণ-গৰিমাৰ কথা বৰ্ণাবলৈ সাধ্য আছে কাৰ? ই যে এখন দেশৰ—এটা জাতিৰ চিৰ গৌৰৱৰ প্রতীক; যাৰ বাবে মৰিবলৈও ভয় নাই। মনত ৰাখিবা যি জাতীয়ে ইয়াৰ সন্মান বুজি নাপায় সেই জাতিৰ তথা দেশৰ মৃত্যু অনিবাৰ্য। দিয়া, দিয়া, মোৰ চকুৰ আগত আঁৰি দিয়া আঁৰি দিয়া।

[ সেইভাৱে ধনবাহাদূৰে জেপৰ পৰা পতাকাখন উলিয়াই আনি কাষৰ ডাল এটাত ঠিক চকুত পৰাকৈ আঁৰি দিয়ে। ব্রিগেডিয়াৰে সতৃষ্ণ নয়নে বহুতপৰ তালৈ চাই চাই "জয়হিন্দ" বুলি চেলাম দিয়ে। এনেতে দূৰত আকৌ চীনাইতৰ দুগুণে তৰ্জ্জ-গৰ্জ্জন উঠে। ]

ৰাজেন—( সেই ফালে চাই চাই ) সৌৱা, সৌৱা, চীনাহঁতে আমাৰ অসংখ্য জোৱানক বন্দী কৰি লৈ গৈছে। সৌৱা, সিহঁতে আমাৰ আহত সকলৰ গাত জুই লগাই দি ৰং চাইছে। উস্ মোৰ হাতত যদি এই সময়ত—কেৱল এটিমানো গুলী থাকিলেহেঁতেন—



ব্রিগেডিয়াৰ—ৰাজেন! শুনা, বোধকৰোঁ মোৰ পেণ্টৰ জেপত এটিমান গুলী থাকিব পায় আক মোৰ ককঁালত ৰিভলভাৰ আছে; তুমি সেইবোৰ উলিয়াই লোৱা—

( ৰাজেনে সেইভাৱে সেইবিলাক হাতত লয় )

ৰাজেন—এইবোৰেৰে কৰিম কি ব্রিগেডিয়াৰ চাহাব?

ব্রিগেডিয়াৰ—যদি পাৰা, আমাৰ কেম্পত সেইবিলাক জমা দিবাগৈ। শুনা, দেশৰ এনে অত্যাৱশ্যকীয় বস্তুবোৰ কোতয়াও নষ্ট হবলৈ নিদিবা; যাতে আমাৰ শত্রুহঁতৰ হাততো পৰিব নোৱাৰে তালৈও সতৰ্ক হবা। মোৰ নৰভাৰতে কিমান কষ্ট,—কিমান যত্নৰ ফলত ইবোৰ যোগাৰ কৰিবলগীয়া হৈছে,—সেই কথাও পাহৰি নাযাবা।

ৰাজেন—শত্রুহঁতে যে আমাৰ অসংখ্য যুদ্ধৰ সা-সজুলি লৈ গ'ল। আমি সেইবোৰ পাম ক'ত?

ব্রিগেডিয়াৰ—সচঁা, সেইবোৰ ঘূৰাই পাম ক'ত? আমাৰ দুৰ্ভাগ্য,—নিয়তিৰ উপহাস,—সেইবোৰ শত্রুৱে হস্তগত কৰি লৈ গ'ল! আমাৰ—আমাৰ—অপূৰণীয় ক্ষতি হ'ল—ৰাজেন!

ৰাজেন—এতিয়া সেই চিন্তা নকৰিব চাহাব! যি হব লগীয়া আছিল—হৈ গ'ল। আপুনি ধৈৰ্য ধৰক—

ব্রিগেডিয়াম—ধৈৰ্য? মোৰ যে লাহে লাহে ধৈৰ্যৰ সীমা অন্ত হৈ আহিছে ভাই? মই নাবাচো—মই নাবাচো—মোৰ আশা এৰি পেলোৱা—( নীৰৱ হৈ যায় )

ধনবাহাদূৰ }
ৰাজেন } — ( সমস্বৰ ) উস্ হজুৰ! হজুৰ!

ব্রিগেডিয়াৰ—দুখ নকৰিবা ভাই! তোমালোকে মোক যি কষ্টৰ মাজত শত্রুহঁতৰ মুখৰ পৰা উদ্ধাৰ কৰি লৈ আহিলা—সেই কথা মই পৰকালতো পাহৰিব নোৱাৰিম। কিন্তু—কিন্তু—তথাপিও মোৰ ৰক্ষা নাই—মোৰ মৃত্যু যে অতি ওচৰত—

ধনবাহাদূৰ—এনে নিদাৰুণ কথা নকব হজুৰ !

ব্ৰিগেডিয়াৰ—শুনা, দেশৰ কাৰণে মৰিব পৰাটো এটা পৰম গৌৰবৰ কথা। মই সেইবাবে ভয় কৰা নাই—দুখ কৰা নাই ; কিন্তু আমি যে জয়ী হব পৰা স্বত্বেও পৰাজয় হলো—সেয়েহে মোক অতিকৈ খুলি খুলি খাইছে !

ধনবাহাদূৰ—আমাৰ দেশবাসীয়ে নিশ্চয় ইয়াৰ প্ৰতিকাৰ কৰিব,—আপুনি নিশ্চিন্তিত হউক চাহাব—

ব্ৰিগেডিয়াৰ—শুনা, আমাৰ দেশবাসীক তাকে কবাগৈ, আৰু কবা—আমাৰ সীমান্তৰ জেওৰাখন ভাগি-ছিগি উৰলি তেনেই উদং হৈ আছে। সেই জেওৰাখন এতিয়াই গা লাগি কট্‌কটীয়াকৈ বান্ধি নথলে—আমাৰ পদে পদে বিপদ হোৱাৰ উপৰিও, আমি কোনোকালেই মুক্ত আৰু নিৰাপদো নহওঁ শত্ৰুৱে যেতিয়া এবাৰ সীমাটো গছকি-দেই ফেনেকি ভিতৰ সোমাল, সেইভাৱে সিহঁত আকৌ আহিব—সিহঁতে আমাৰ অশান্তি আনিব—

ৰাজেন—সচাঁ কথা, আমাৰ এই মস্ত ভুল গুচাব নোৱাৰা পৰ্যন্ত আমি কেতিয়াও নিৰাপদ নহওঁ। এই সীমান্তলৈ নাই বাট, নাই যাতায়তৰ সুবিধা, নাই ভাল যোগানৰ ব্যৱস্থাবোৰ—

ব্ৰিগেডিয়াৰ—তোমালোকে তাকেই মোৰ দেশ-বাসীসকলক কবাগৈ। মোৰ বিশ্বাস, তোমালোকৰ এই বাতৰিয়ে সিবিলাকক যথেষ্ট উপায় সম্বলৰ চিন্তা দিব—যাৰ বলত সীমান্ত অজেয় হৈ জিলিকি থাকিব !

ধনবাহাদূৰ—কিন্তু, মই বৰ আচৰিত হৈছো যে, শত্ৰু পক্ষই আমাৰ পিছৰ পৰা আক্ৰমণ কৰিবলৈ আমাৰ সেই গুপ্ত-পথৰ সঠিক সন্ধান পালে কেনেকৈ ? সেয়ে যে আমাৰ অসহণীয় পৰাজয় ঘটাই আমাক বিপদতো পেলালে ?

ব্ৰিগেডিয়াৰ—সেইবোৰ যে আমাৰ পঞ্চম বাহিনীৰে কাম। সিহঁতেই তাৰ সঠিক্ বাতৰি দি শত্ৰুহঁতক সেইভাৱে বলবান্ কৰিলে—



আমাৰো অভূতপূৰ্ব্ব পৰাজয় আনিলে— ; নহলে—নহলে—চীনাহঁতক পৰাজয় কৰি, জয়ী হবলৈ আমাৰ বাবে মস্কিল আছিল কি ?

ৰাজেন—তাৰ বাহিৰেও ছদ্মবেশী ভগনীয়া আৰু ভিক্ষুবেশী চোৰাং-চোৱাহঁতেও আমাক বেয়াকৈ বিপৰ্যয়ত পেলালে—

ব্ৰিগেডিয়াৰ—তোমালোকে এই কথাও কবলৈ নাপাহৰিবা। আমাৰ দেশবাসীয়ে মনত ৰাখে যেন—যেতিয়ালৈকে এই নেফাক লৈ নতুন অসম নগঢ়ে—তেতিয়ালৈকে পূব-সীমান্ত 'নেফা' সদায় দুৰ্ব্বল আৰু বিপদ-মুখী হৈ থাকিব—

ৰাজেন—হজুৰৰ যি আদেশ—

ব্ৰিগেডিয়াৰ—এতিয়া তোমালোক দেশলৈ ঘূৰি যোৱাঁ ; এই কাৰণেই তোমালোক জীয়াই থাকিব লাগিব। মই তোমালোকক আশীৰ্ব্বাদ কৰিছোঁ—তোমালোকৰ জয় হব, ভই নাই—জয় হব—জয় হব।

বনবাহাদূৰ—নহয় হজুৰ ! আমাকো মৰিবলৈ আদেশ কৰক—তথাপি আপোনাক এৰি থৈ নাযাওঁ—

ব্ৰিগেডিয়াৰ—তোমালোকে এই আত্মঘাতী নীতি এৰা ভাই ! মনত ৰাখিবা, আমি যে দেশ-সেৱক, আমি যে আই পদৰ একো একো ধূলি-কণা—; আমিয়েই দেশৰ অটুট সন্মান জীয়াই ৰাখিব লাগিব। দুখ নকৰিবা, চিন্তা নকৰিবা, আজি তোমালোকৰ এক ব্ৰিগেডিয়াৰ মৰিব ; কিন্তু পিছত হাজাৰ হাজাৰ নৰ-জোয়ান আৰু ব্ৰিগেডিয়াৰ এতিয়াও জীয়াই আছে। তেওঁলোকে আমাৰ ভাৰত জননীৰ পূব সীমান্তৰ নেফা নিশ্চয় উদ্ধাৰ কৰিব পাৰিব। চাবা, আমাৰ সীমান্ত আকৌ সিংহনাদে গৰজি উঠিব—পৃথিবী থৰেথৰি কঁপি উঠিব—আইৰ ম্লান মুখত হেৰুৱা হাঁহি বিৰিঙি পৰিব। পাহৰি নাযাবা,—আমি যে অজেয়—আমাৰ ক'তো পৰাজয় নাই—।

ধনবাহাদূৰ—তথাপি যে আপোনাক ঘূৰাই পাৰলৈ আমাৰ ভাগ্য নহব! আমি এই অসহনীয় তীব্ৰ বেদনা লৈ থাকিম কেনেকৈ? আমাৰ যে প্ৰাণে কান্দি উঠিছে,—চৌদিশ আন্ধাৰ দেখিছোঁ?

ব্ৰিগেডিয়াৰ—সেই চিন্তা কৰি দুখ নকৰিবা। শুনা, জন্মিলেই মৰিব লাগে—ই নিয়তিৰ-নীতি। মৰণৰ ওপৰত হাত আছে কাৰ? মৃত্যুৰ ওপৰত কাৰো কোনো অধিকাৰ নাই। মোৰ কথা শুনা, ধৈৰ্য ধৰা—দুখ নকৰিবা—-

ৰাজেন্—প্ৰাণে নামানে ব্ৰিগেডিয়াৰ চাহাব!

ব্ৰিগেডিয়াৰ—তোমালোকে উঠি আহা ডেকা-জোৱান; ইমান দুৰ্ব্বল, ইমান কোমল হলে নহব। কঠোৰ কৰ্ত্তব্যৰ মধুৰ আহ্বানলৈ নাপাহৰিবা। শুনা, মোৰ হাতৰ পৰা এই সোণৰ আঙঠিটো খুলি লোৱা; পৰা পক্ষত ইয়াক আমাৰ নেশ্যনেল্ ডিফেন্স ফাণ্ডত জমা দিবাগৈ। হয়তো—হয়তো—এই একণি সোণৰ গুলীয়ে শত্ৰুহঁতৰ দহোটাকো মাৰি নিপাত কৰিব পাৰিব। স্বৰ্গদপি গৰিয়সী জননী জন্মভূমিলৈ এইয়ে মোৰ শেষ দান। লোৱা,—তুমি আনন্দেৰে খুলি লোৱা, ইয়াক জমা দিবাগৈ—

(ৰাজেনে অতি কষ্টেৰে আঙঠিটো খুলি লয়। দুয়ো জনক অতি দুখীত আৰু চিন্তিত দেখা যায়)

ব্ৰিগেডিয়াৰ—শোক সম্বৰণ কৰা ভাই! আমি যে সীমান্তৰ বীৰ জোৱান? দেশৰ সেৱক? ভাৰত-সন্তান? আমাৰ বাবে দুখ কি?

ধনবাহাদূৰ—আৰু কি আদেশ, কওক চাহাব!

ব্ৰিগেডিয়াৰ—শুনা, মোৰ পত্নী লয়লাক আৰু একেটি পুত্ৰধন দুলালকো দেশবাসীৰ হাতত থৈ গলো। যদি পাৰা, সিহঁতকো সীমান্তৰ এই বাতৰি দি সান্ত্বনা দিবাগৈ—বুজাবাগৈ— ; উস্ মই যে—মই যে—(মাত বন্ধ হৈ যায়)

ৰাজেন্—উস্ তেওঁলোকেনো সান্ত্বনা লব কেনেকৈ? আমিনো কি কৈ বুজাম? কমগৈ কি? যেতিয়া দুলালে 'বাবা বুলি চিঞৰিব,



—যেতিয়া আপোনাৰ পত্নীয়ে কান্দি কান্দি কব—মোৰ স্বামী ক'ত? তোমালোকে ক'ত থৈ আহিলা? উস্ তেতিয়ানো উত্তৰ দিম কি?

ব্ৰিগেডিয়াৰ—(খন্তেক নীৰৱে থাকি) সচাঁ, সচাঁ, মোৰ এই মৃত্যু-বাতৰিয়ে প্ৰিয়তমা লয়লাক আঘাতৰ ওপৰত কঠোৰ আঘাত দিব। কিন্তু, তেওঁ প্ৰকৃত শিক্ষিতা,—দেশৰ প্ৰতি অনুৰক্তা,—দায়িত্ব জ্ঞানো যথেষ্ট আছে; হয়তো দুখতো নিজে নিজেই শান্তি-শান্ত্বনাও লব পাৰিব। তথাপি বুজাবা,—কবা,—সান্ত্বনা দিবা—। (চকু কেইটা তুল্‌তুলীয়া কৰি) উস্ লয়লা! লয়লা! উস্ প্ৰাণৰ সোণ! দুলাল! মই—মই—(কণ্ঠৰোধ)

ৰাজেন্—ব্ৰিগেডিয়াৰ চাহাব! ধৈৰ্য ধৰক, এনে কৰিছে কিয়?

ধনবাহাদূৰ—ধৈৰ্য নেৰিব চাহাব। সকলো পাহৰি যাওক—।

ব্ৰিগেডিয়াৰ—(ক্ষীণ আৰু কঁপা কঁপা মাতেৰে) ভাইহঁত!

ৰাজেন<br>ধনবাহাদূৰ } —(একেলগে) আদেশ কৰক চাহাব—

ব্ৰিগেডিয়াৰ—মোক—মোক—জন্মভূমি পবিত্ৰ ধূলিৰে—মোৰ কঁপালত এটি ফোঁটা আঁকি দিয়া; আইৰ ফোট—ফোট—

ৰাজেন্—তাৰে কৰে কি চাহাব?

ব্ৰিগেডিয়াৰ—মই—মই—পূজালৈ যাওঁ— ; আইৰ পূজালৈ—দিয়া —দিয়া—

[ৰাজেনে সেইভাৱে মাটিৰ পৰা অলপমান ধূলি তুলি লৈ ব্ৰিগেডিয়াৰৰ কঁপালত তেওঁৰ কথা মতেই এটা ফোট আঁকি দিয়ে। তেওঁ তেতিয়া লাহে লাহে হাত এখন কঁপাললৈ নি, পতাকা খনৰ পিনে চাই চাই আধা ভগা মাতেৰে "জয়হিন্দ্,—জয়হিন্দ্" বুলি চেলাম দি থকাৰ পিছত চকু দুটা আপোনা আপুনি মুদ খাবলৈ ধৰে। শেষত অস্পষ্ট ভাবে—"জ—য়—হি—ন্দ্" বোলাৰ লগে লগে মৃত্যু হ'ল। জোৱান দুজনে উত্ৰাৱল ভাৱে "উস্ ব্ৰিগেডিয়াৰ চাহাব,—ব্ৰিগেডিয়াৰ চাহাব" বুলি তেওঁৰ গাত ঢলি পৰে। পিছত গাৰ

অ'ভাৰ কোটটোৰে তেওঁৰ মুখখন ঢাকি দিয়ে। তেনে পৰতে হঠাৎ উৰি থকা সেই জাতীয় পতাকাখনো ওপৰৰ পৰা খহি পৰি ব্ৰিগেডিয়াৰৰ গাত পৰে। জোৱান দুজনে অতি ধৈৰ্য সহকাৰে লাহে লাহে শোক সম্বৰণ কৰি কাষত থিয় হৈ সৈনিকৰ নীতি-নিয়মেৰে তেওঁলোকৰ মৃতপ্ৰিয় ব্ৰিগেডিয়াৰৰ ফালে চাই চাই চেলাম দি থাকে। ]*

( আঁৰ কাপোৰ )

[ অন্ত ]

* 'আবাহন'ত প্ৰকাশিত।

( ১০ )

## কংগ্ৰেছৰ গৰু

### দৃশ্য—গাঁৱৰ একাংশ

[ গাত সাধাৰণ কাপোৰ-কানি, মূৰত গামোছা আৰু হাতত একোখন মেচি দা লৈ, মনবৰ আৰু সৰুমনে বান-পানীত তলযোৱা দূৰৰ পথাৰৰ পিনে চাই চাই, দুখত মূৰে-কঁপালে হাত দি বহি থাকে। ]

মনবৰ—অস্—অস্ দেহি ঐ! আমাৰ সোণতলি পথাৰ গুচি তেনেই সাগৰ হ'ল! মহামাৰী বান-পানীয়ে পথাৰৰ চিনকেই নাইকিয়া কৰিলে এঁকা— ?

সৰুমন—আয়োঃ আয়োঃ এই ভাদমহীয়া ৰদত শুকাই, বৰষুণত তিতি-বুৰি,—ইয়ালৈকে ৰুইছিলো-তুলিছিলোনে ?

মনবৰ—হেৰ, চাচোন, লহ্‌পহ্‌ কৈ উঠি অহা ৰুৱাবোৰ কেনেকৈ তেনেই তহিলং কৰি পেলালে; উস্ আমিনো এতিয়া সহো কেনেকৈ হোঁ ?

সৰুমন—হেৰ, নকবি আৰু পাই। সেই যি সেয়ে,—ইফালে পানীয়ে গৰু-মহবোৰো উটাই লৈ গ'ল! চা, ঘৰ-বাৰী তল গ'ল, ধানৰ ভঁৰালো বুৰিল, মানুহৰ খাবলৈও নাইকিয়া হ'ল। এতিয়ানো কৰো কি হোঁ ?

মনবৰ—হেৰ, কৰিবলৈ আছে কিটো ? আমাৰ এই দুখ-কষ্ট কুলাই-পাচিয়েও নধৰা হৈছে; পিচে আমাৰ দুখ-কষ্ট বুজিবনো কোনে ? কাৰ দুখত কোন মৰে হোঁ ?

সৰুমন—চা, তাতে আকৌ কিমানবোৰ অঘটন! সেইদিনা সেই কেইটা পানীত পৰিল, সেইটোকে সাপে খুটিলে, দুটা পানীয়ে উটাই নিলে। ইফালে মানুহবো চাৰি-পাঁচ সাজ লঘোণ।

মনবৰ—চাচোন, সেইদিনা সেই কংগেজ্ আপিচত গৈ কলো,—

বোলো চাউল-পাত এমুঠি দিয়াৰ দিহা কৰক। ক'তা, চাউল-পাত দিয়া দূৰৰ কথা, সিহঁতক দেখিবলৈকে নাই। মানুহে কেঁচাকল চুবাই-চুবাই জীয়াই থাকিব পাৰেনে হোঁ?

সৰুমন—নকবি পাই, মই যে জীয়াতে মৰা। ল'ৰা-ছোৱালী কেইটাৰ কন্দা-কতা চাম কিমান? ইফালে মাকৰো জ্বৰ, ভাতহে নালাগে, দেৱাই এটা আনিবলৈও হাতত ফুটা কড়ি এটা নাই। উস্, কিয় যে নমৰি জীয়াই আছোঁ!

মনবৰ—তোৰ দশাই মোৰ দশা। কংগেজে চাউল-পাত দিবহি কেতিয়া,—খাম কেতিয়া? বোলে, ধান পাকে মানে টুনীৰ মৰণেই মিলিল।

সৰুমন—ইহঁতৰ মুখৰ ছলাহী কিমান শুনিবি? সিবাৰ কংগেজক কলো,—মথাউৰিটো মাৰি নিদিলে এইবোৰ বিপদ নগুচে। আমাৰ কথা শুনিলে জানো? বতৰৰ কাম বতৰতে কৰাহেঁতেন,—এনে হবলৈ পায়নে?

মনবৰ—হেৰ, সেইসোপা শুনিলে, পৰিথকা লোমো কটপ্‌কৈ দাং খাই উঠে। পিচে, চৰকাৰে হেনো বাৰিষাহে মথাউৰি তোলে। নেদেখিলি, যোৱা আহাৰনে শাওণত সেই কেইটা মুনীয়া কুলী আনি কিখন কৰিলে? হেৰ, অ'ত—ত'ত দুই চাৰিপাচি মাটি পেলালেই—মথাউৰি হয়নে?

সৰুমন—ওঁ, সেইখন কৰিয়েই ৰজা হৈছে। তাতে বছৰি বছৰি বানপানী আছেই যেতিয়া—সিহঁতৰ ভয় কি? বানপানীক আচামী কৰি অঙ্কটো মিলালেই হ'ল।

মনবৰ—পিচে, শুনিবলৈ পাইছোঁ—মথাউৰিৰ টকা কেবা ভাগো হয় হেনো। এভাগ দেউতালৈ, এভাগ ঠিকাদাৰৰ আৰু ইভাগহে মথাউৰিলৈ। হেৰ, চাচোন,—এইখন কৰিবলৈ হলেনো মথাউৰিয়ে দাঁত নেচেলাই কৰে কি হোঁ?

সৰুমন—বোলো ৰাইজক মাৰি ৰাইখ্ আছে কাৰ? চাবি, সিহঁতৰ



ভেঁটিত তিতালাও গজেনে—নগজে। ৰাইজ দুবৰী বন, আমাক গচকি মাৰে কোনে? সিহঁতে আকৌ ঘূৰি আহি—আমাৰ ঠেঙতে পৰিবহি নহয়,—চাবিচোন।

মনবৰ—পিচে, তই তং কৰিছনে নাই—কব নোৱাৰো; মই হলে কথা এটা তলে-ওপৰে টলকি চাইছো পাই—

সৰুমন—কচোন,—মইও তং কৰি চাওঁ—

মনবৰ—হেৰ, বগা-চাহাববোৰ যাবৰ দিন ধৰি, দেশত ইমানবোৰ অপায়-অমঙ্গল হৈছে কেলৈ? কথাবোৰ পিটিকি চাচোন,—বানপানী, মৰামাৰি, কটাকটি, মহা আকাল,—এইবোৰ শুনি শুনি কাণ দুখন কলাহে হৈছে। ইফালে পথাৰতো ধান নোহোৱা হ'ল, আগৰ মৰম-চেনেহো গ'ল, ধৰ্ম-অধৰ্মৰ চিন্ নাই আৰু মতা-মাইকী, জাতি-অজাতিৰো মাক মৰিল।

সৰুমন—ওঁ, নকবি আৰু পাই,—তেনেই ঘোৰ কলি-কাল। সিফালে গুৰিতেই কেৰোণ লাগিলে যেতিয়া,—আমাৰ প্ৰজা-ঘৰৰ ফালেও তেনেই বাৰ বাজিছে, এই বাৰহে এইবাৰ—

মনবৰ—বোলো বগা-চাহাবহে গ'ল,—ইংৰাজবোৰ আছে নহয়। চা, মাৰোৱাৰী-ইংৰাজে এসেবক দুসেৰ কৰি আমাক কেনেকৈ বান্দৰ-নচুৱা দিছে? ইফালে বোলে,—সেই বেলেগ্ নে চেলেগ্ বজাৰ আছেই হেনো।

সৰুমন—আও, সিহঁতৰ কথা নকবি পাই, তেনেই বানপানীতকৈ এখোপ্ চৰা। মই সেয়েহে আমাৰ দেশ চলোৱা মশাকো—'পানীৰাম বজা' বুলি কওঁ।

মনবৰ—নেদেখিছ, কংগেজক কওঁ,—আমাৰ ফালে চাওক, পঞ্চায়তক কওঁ,—আমাৰ উপায় কৰক। কথাৰ মূৰত তেনেই পানীৰ ঔ টেঙা। ইফালে দে খাজনা, দে কৰ-কাটল, দে ভোট। মোৰ এনেহে জ্বাই উঠি যায়,—একোটা কেঁকুৰা চেপাত যেন—সিহঁতৰ মাক-বাপেকৰ বিয়া দেখুৱাই দিম।

সকমন—চা, সিবেলি সেই পাতক মোৰ ভোটটো নিদিওঁ বুলি কবলৈহে পালো, সি গৈ পুলিচ বাপেকহঁতক কলে,—মই হেনো কমিনীচ নে ফমিনীচন্দ্ৰ! উস্ গোসাই! আমিনো সেই সোপাৰ অৰ্থ পাওঁ কি? ভাগ্যে তহঁতি আছিলি বুলিহে বাছি আহিলো; নহলে সেইপাতে দিহা লগাইছিলে পাই—

মনবৰ—বোলো কাকনো বুলিবা ককা, আটাইবে ডাঢ়ি-চুলি পকা। সিফালে অফিচৰ টেকেলা-বেঙেনাকে ধৰি কেৰেণী-মহৰী বোৰলৈ নাচাৰ কিয়? বিনা পইচাত চকুলৈ চোৱাহে নালাগে, মুখৰ মাত এষাৰো পাবলৈ নাই। এনে যে মৰাক মাৰি খোৱা ডকাইত—ইহঁত!

সকমন—উস্ কৈছহে? তেনেই ডকাইত, তেনেই ডকাইত। চা, সেইদিনা ল'ৰাটোৰ বেমাৰ চাবলৈ ডাক্তৰ আহিল,—সি পূৰা একুৰিকৈ টকা লৈ গ'ল। এতিয়া টকাৰ বাবে, মোৰ মাটি হালিচাও মাৰোৱাৰীয়ে বন্ধকত লৈ পেলালে। উস্ সিহঁতৰ যদি দুখীয়া-নিচিলাহঁতলৈ অকণিও মৰম থাকিলেহেঁতেন—।

মনবৰ—মৰমৰ কথা ভাবিছনে? সিহঁতে যিমান পায়—সিমানে নিবলৈহে চায়। ইফালে বামুণেই মৰক বা লগুণেই ছিগক। বোলো, দয়া-মৰমৰ চিলিম ছিগিলে, সেই আশা নকৰিবি আৰু—

সকমন—অ' কংগেজৰ গৰু খুন্দিয়াই এই হে হ'লনে? পিচে, সিবাৰ যে সৰু মাৰি ডালেৰে গৰুটো খুন্দিয়াইছিলো,—তাৰ বলতে হেনো গৰুৰ মালিকপাত চলং নে টলঙত—ৰজানে মেম্বৰ হ'ল গৈ। কথাবোৰ সচাঁনে হেঁা?

মনবৰ—মিছানো হব কেলৈ? সেই কাৰণেহে গাৱঁৰ ডেকা মথাই টেঁটুফালি ফালি কৈছিল,—কংগেজৰ গৰুক খুন্দিয়ালেই বৰুৱাক ভোট দিয়া হব বুলি। মই ভাবোতে,—গৰু খুন্দাখাই তাৰ মালিক পাতক ওপৰলৈ তুলি দিলেগৈ।

সকমন—তই বাৰু কত খুন্দিয়ালি হেঁা?



মনবৰ—মই টিকাতেই বজালো; পিচে তই একাঁ?

সকমন—মই মুখতেই বজালো; একে খুন্দাত কাগজ ফাটি বেল্‌তি খাই গ'ল নহয়—

মনবৰ—এইবাৰ দিবলৈ পালে, চকুতেই বজাম নহয়। এনে যে খাবলৈ নোপোৱা মৰকেলেপ্‌ খচৰ গৰু, তাক কণা কৰাই ভাল হব; তই বাৰু কি কৰ হেঁা?

সকমন—মোৰো একে কথা। তাতে যিহে জয়ধন আও নাঙল-পাত লগাই দিছে, তাৰে মাটি চহোৱাতকৈ,—মাটিহে গৰুক চহাব পাই। মালিকপাতে আমাৰ অসমীয়া গৰু-নাঙলো বিচাৰি নাপালেনে হেঁা?

মনবৰ—হেৰ, ইনো কেনে গৰু যে, আমাৰ খুন্দা খাই, গিৰিহঁতক ওপৰ পোৱাবগৈ পাৰে?

সকমন—এৰা পাই, মইও বৰ আচৰিত হৈছোঁ। নেদেখিলি, মানুহে কৈছিলে,—কংগেজৰ গৰুৰেই বৰুৱা আৰু বৰুৱাই সেই কংগেজৰ গৰু। গৰু খুন্দিয়ালেই হয় হেনো—।

মনবৰ—জানো পাই, গৰু আকৌ কেনেকৈ মানুহ হয়! তেনেহলে আমি বৰুৱাকেই খুন্দিয়ালো নেকি? দেহি ঐ! বৰ দুখ পালে কিজানি—

সকমন—ওঁ, সেই কাৰণেহে চলং পালে গৈ হব পায়। তাত গৈ এতিয়া পৰিয়েই আছেনে—মৰিয়েই আছে, তাৰ কি তাইন্ আছে হেঁা?

মনবৰ—পিচে, কংগেজৰ বৰুৱা গৰুটো কাহানিও দেখা নাই; তই বাৰু দেখিছনে? সিনো কেনেকুৱা হেঁা?

সকমন—ভাল সুধিছ পাই, সেইখন ভাইগ্ সাধি অহা নাই। তেওঁ যেতিয়া চলঙত উঠিলেগৈ, সতকাই নামিব ক'ত? শুনাত, নামিবৰ সময় হৈছে হেনো পাই—

মনবৰ—চা, বানপানীয়ে গাওঁ ধুই নিছে,—তথাপিও সেই কংগেজৰ গৰুটো আহিব নোৱাৰেনে? ই কেনে গৰু অ'?

সৰুমন—ই জাতে-পাতে খৰচ। সেই কাৰণেহে এইবাৰ বজাম বুলি কৈছোঁ; সি নহলেও আমি নমৰো,—কি কৱ?

মনবৰ—ওঁ, তই ঠিকেই কৈছ।

[ গাত থৰ্দবৰ কাপোৰ-কানি, মূৰত গান্ধী টুপী আৰু হাতত এটা বেগ লৈ কংগ্ৰেছৰ চেক্ৰেটৰী আহে। ]

চেক্ৰেটৰী—নমস্কাৰ দদাইটি! মই তোমালোককে বিচাৰি আহিছোঁ।

সৰুমন—পিচে, চাউল-পাতো আনিছানে, দাঁত চেলাবলৈহে আহিছা? কালিয়েই আহিম বুলি কৈ এতিয়া ওলাইছাহি? এইখনেই কংগেজ্ কৰিছানে ভতিজা?

চেক্ৰেটৰী—নহয় দদাইটি! সিফালে গুদামত হলেহে আনিব পাৰো? আমি বহি থকা নাই,—যিমান পাৰো চাউল-পাত সংগ্ৰহ কৰি ফুৰিছোঁ।

মনবৰ—অ' মই মৰিলে মোৰ পো ৰজা হওক, এইখনেই কৰিছা নহয়নে? বোলো তোমাৰ চাউল-পাত আহে মানে এই পিনে আমাৰ ফালে পৰালি পৰিব এতিয়া—

সৰুমন—কিন্তু চাবা ভতিজা! এইবাৰ তোমাৰ কংগেজৰ গৰুৰ পেট নাফালো মানে নেৰিম। বোলো নাখায় মৰিও মৰা, আৰু তোমাৰ কংগেজৰ গৰুক মাৰিও মৰা একে কথা।

চেক্ৰেটৰী—শুনা, আজি আমাৰ সভাপতিৰ সৈতে এম-এল-এ ডাঙৰীয়াও অহাৰ কথা আছে। ৰাইজৰ দুখ-বিলৈৰ কথা ভাঙি কবাহঁক—

মনমৰ—তুমি কাৰ কথা কৈছাহে ভতিজা?

চেক্ৰেটৰী—সিবাৰ যে কংগ্ৰেছৰ গৰুত ভোট দিছিলা,—সেই বৰুৱা ডাঙৰীয়াৰ কথা কৈছোঁ। তেখেত বৰ ডাঙৰ মানুহ,—তেখেতৰ কৰিব নোৱাৰা কাম একো নাই, বুজিছা?

সৰুমন—বোলো ডাঙৰ মানুহ কাৰণেহে আমাৰ মথাউৰিয়ে এতিয়ালৈকে দাঁত চেলাই আছে! ভতিজা! কওঁ শুনা,—তোমাৰ গৰু যেনে খচৰ, তোমাৰ ডাঙৰ মানুহ ডালো ঠিক্ তেনেই খচৰহে।



চেক্ৰেটৰী—ইস্ ৰাম-ৰাম! তেনেকৈ কব নাপায় নহয়। তেওঁ আমাৰ গুণী-মানী এম-এল-এ, চৰকাৰক আমাৰ ৰাইজৰ দুখৰ কথা কৈ প্ৰতিকাৰ কৰিব পৰা লোক; তেনে লোকক ভাগ্যৰ বলত হে দেখিবলৈ পায়।

মনবৰ—থোৱাহে ভতিজা! সেইখন ভাগ্য তোমাকেই দিছোঁ; আমাৰ এতিয়া সেইখন ভাগ্য ঘটি ডাঙৰ হবৰ দিন নাই। বোলো আমাৰ ছেল্ খাই মলোৱা ওলোৱা ভাগ্য যেতিয়া,—সিপুৰীৰ কথাহে ভাবিছোঁ।

চেক্ৰেটৰী—এস্ তেনেকৈ কোৱা কিয়? মানুহৰ অসাধ্য কি? যত্ন কৰিলে আজি নহয়—কাইলৈও ভাগ্য হব পাৰে। এই মাৰোৱাৰীলৈকে নোচোৱা কিয়? প্ৰথমতে আহিছিলে,—হাতত এখন গামোছা আৰু এটা ঘটী লৈ। পিচত যত্ন কৰি কাৰবাৰত কেনে উন্নতি লাভ কৰি,—এতিয়া ধনী হ'ল। আন-ফালে এতিয়া সিহঁতৰ ধনৰ বলত ৰজা হৈ, আমাকো ঘৰতেই আলহী কৰিছে; নহয় জানো?

সৰুমন—সেই সোপা বুজিছোঁ; পিচে মাৰোৱাৰীয়ে যানিবা যত্ন কৰি ধনী হৈছে, বোলো ইসোপাই একাঁ?

চেক্ৰেটৰী—তুমি কাৰ কথা কৈছা দদাইটি?

সৰুমন—সেই যে ভগনীয়া নে মগনীয়া বুলি কয়—

চেক্ৰেটৰী—অ' বুজিছোঁ, তুমি ৰিফিউজিৰ কথা কৈছা। সেইবোৰ বৰ দীঘলীয়া কথা,—কলেও শেষ নহয়।

সৰুমন—তথাপি কোৱাচোন ভতিজা!

চেক্ৰেটৰী—শুনা, ইংৰাজে আমাৰ স্বাধীনতা দিলে সচাঁ; কিন্তু হিন্দুস্থান-পাকিস্থান পাতি মূৰত ৰাম টাঙোন মাৰি গ'ল। এতিয়া সীমা লৈ মৰা-কটা, গুলীয়া-গুলী, এইবোৰ লুগুচাই হ'ল।

সৰুমন—( ৱৰকৈ হাঁহি ) সীমা লৈ কাজিয়া ? হাঃ হাঃ হাঃ—

চেক্ৰেটৰী—তুমি বৰকৈ হাঁহিলা যে দদাইটি ?

সৰুমন—তুমি যিহে কথাষাৰ ক'লা,—মৰাৰ মুখতো হাঁহি ওলাব বুজিছানে ভতিজা ?

চেক্ৰেটৰী—কিয় ? কেনেকৈ ?

সৰুমন—আমি যে মাটিৰ সীমা লৈ কাজিয়া কৰিলে,—আমাক জেল-জৰিমানা কৰে; এতিয়ানো তেওঁলোকক কবে কোনেহে ভতিজা ?

মনবৰ—হেৰ, তাকেহে কয় বোলে,—বৰে কৰিলে লীলা আৰু সৰুৱে কৰিলে ধৰি-বান্ধি কিলা। পিচে, তেৰাসকলে কাজিয়া কৰিছে ভাল হৈছে; কিন্তু দুই মহৰ যুজঁত আমাৰ ইকৰাৰহে মৰণ মিলিল এতিয়া—

সৰুমন—পিচে ভতিজা! সেই আলহীমশাই আমাৰ মুখৰ ভাত পানী খাবলৈ পাইছে কেনেকৈনো ?

চেক্ৰেটৰী—সেইবোৰ দুখৰ কথা শুনিবা কিমান ? এতিয়া পাকিস্থানৰ মুছলমানে হিন্দু বিলাকক অত্যাচাৰ কৰি খেদি দিছে। গতিকেই আমাৰ হিন্দুস্থানে এই বিপদত ৰিফিউজি সকলক সহায় কৰিছে।

মনবৰ—অ' ধৰম কৰিছে ? অৱশ্যে বিপদত সহায় কৰা একো বেয়াও হোৱা নাই; কিন্তু গুজেই গুজপুলি হবলৈ হলে ৰক্ষা আছে কাৰ ? সেই কথাও ভাবি চাইছা জানো ?

চেক্ৰেটৰী—সেইবিলাক চৰকাৰৰ কথা। কিন্তু কংগ্ৰেছ জীয়াই থাকিলে আমিও জীয়াই থাকিব পাৰিম, ভয় কৰিবলৈ আছে কি ?

মনবৰ—বোলো তোমাৰ কংগেজৰ গৰু-নাঙল দেখিয়েই বুজিছোঁ, এইবাৰ তলৰ মাটি ওপৰ নকৰি নাথাকে। পিচে এনে মাল ক'ত পালাহে ভতিজা ?

চেক্ৰেটৰী—আমাৰ কংগ্ৰেছ চৰকাৰে কৰা মাল সদায় ভাল।

সৰুমন—কেলৈ নহয় ? কংগেজেনো বেয়া কাম কৰিবনে ? পিচে,



পানীহে সৰহ হ'ল আৰু মানুহো নমৰা হৈছে; ইফালে পথাৰতো ধান নাইকিয়া হ'ল আৰু বয়-বস্তুৰ দামো নকমা হ'ল।

চেক্ৰেটৰী—হবৰ কথাই। দিনক দিনে যিহে জনসংখ্যা বৃদ্ধি হৈছে, মানুহৰ থকা-খোৱাৰ মস্কিল নহব কেলৈ ?

সৰুমন—বোলো ভতিজা! ঘোৰ কলি-কাল, যিমান পাৰা ধৰম কৰা, আৰু এই নৰ-লোকত কোন ক'ত আছে, সোপাকে আনি বৰ-ঘৰ ভৰাই পেলোৱাহি; গুণ নহলেও ধৰম হব, নহয় জানো ?

মনবৰ—পিচে, সিদিনা ভদকলীয়াৰ পুতেক সৰুমইনাই কিতাপত পঢ়া শুনিছিলো,—আমাৰ ৰজাৰ দিনত হেনো কোনোবাই ষোল নে সোতৰবাৰ ৰণ কৰিও দেশ লব নোৱাৰিলে। এতিয়ানো বিনা ৰণেই বৰ ঘৰত বৰপীৰা পাৰি, চৰু-হাড়ি লুকুকিবলৈ পালে কেনেকৈ ?

চেক্ৰেটৰী—কংগ্ৰেছৰ দিনত সকলো সমান বুজিছা ? জাতি-ভেদ কৰিব নাপায় নহয় দদাইটি ?

মনবৰ—বোলো সেইবোৰ কংগেজৰনে তোমাৰ কংগেজৰ গৰুৰ কামহে ভতিজা ?

সৰুমন—ধেঁৎতেৰি, তইও ভাল সুধিছ ? বোলো আঁঠ পইচাকে দু-আনা বুলি কয়। গৰুৱেই কংগেজ আৰু কংগেজেই গৰু।

মনবৰ—এৰা, এৰা, হবও পাৰে। গৰুৱেনো বুজে কিটো ? যেতিয়াই যি ফালেই সুবিধা পায়—সেইফালেই জেওঁৰা ভাঙি মানুহৰ কঠিয়া খায় নহয়—

চেক্ৰেটৰী—দদাইটি! আমাৰ কংগ্ৰেছক দোষ দিলে হব কি ? চোৱাচোন, কংগ্ৰেছৰ দিনত কিমানবোৰ আলি-পুখুৰী হ'ল, কিমান স্কুল-কলেজ আৰু কিমান হাসপতালহে মানুহক উপকাৰ কৰিছে ? আমাৰ মানুহে কাম নকৰিলে, দেশৰ অৱস্থানো ভাল হব ক'ৰ পৰাহে ?

সৰুমন—কাম কৰিও দাম পাবলৈ নাইকিয়া হ'লহে ? ইফালে

মাটিতো সাৰেই নাইনে,—সেই হৰিচৰণ গোসায়েই হৰিলে,—দিনক দিনে শইষ্ ফচলৰ ফালেও মুদা মৰিছে।

মনবৰ—হেৰ, নেদেখিলিনে সেই মশাই তেলনে ফেল্ বিচাৰি, যিহে লেল্-পেল্ নিছিগা বৰ চুঙা ভৰাইছে,—বসুমতী আইৰপিনেও দিহা লাগিল বসুমতীৰ মূৰৰ ঘিঁউ বাজ কৰি দিছে যেতিয়া—শইষ্ ফচলখন হয় ক'ৰ পৰা ?

সৰুমন—এৰা সিও মিছা নহয়। ভালেহে বসুমত। আইয়ে সহিব নোৱাৰি গোটেইখন্ কঁপাই লণ্ড-ভণ্ড কৰি পেলায়।

চেক্ৰেটৰী—দদাইটি ! সকলো দোষ আমাৰ নিজৰ। চোঁৱা, আমি তিনিমাহ খেতি কৰি ন-মাহ শুই থাকো, বেপাৰ-বাণিজ্য নকৰো, বই-কাটি নলওঁ। কংগ্ৰেছে জানো সেইবোৰ কৰিবলৈ মানা কৰিছে ?

মনবৰ—বোলো, যেয়ে লঙ্কালৈ যায়, সেয়ে ৰাৱণ হয়। তুমিও এতিয়া নিজক বেয়া বুলি কবানে ? বোলো তোমাৰ কংগেজৰ দিনত ল'ৰাৰ পৰা বুঢ়ালৈকে তেনেই চাহাব হ'ল ; এতিয়ানো একাঠুৰা বোকাত পৰি খেতি-খোলাখন কৰে কোনে ?

সৰুমন—ওঁ, আমি এই নদাই-ভদাই কেইটা মৰিলে, দহ-বাৰবাৰ ঈশ্বৰ-পূজা কৰিও খেতি কৰা মানুহ নাপাবা। বোলো চাহাবে খেতিহে নালাগে, নাঙলকে চিনি নোপোৱা হব এতিয়া—

চেক্ৰেটৰী—তেতিয়া মহা আকাল হব, মানুহ খাবলৈ নাপাই মৰিব।

মনবৰ—মৰিবলৈ এতিয়াও বাকী আছেনে ? এতিয়া আৰু আগৰ সেই সান্দহ খোৱা বালি নাই, তেনেই ভকম উঠিলে—

সৰুমন—সান্দহ খোৱা বালি নহলেও প্ৰেম-পীৰিতিৰ বালিটো আছে নহয়। আজিকালি যিহে ডেকা-গাভৰুৰ নাচ-গান,—সেই সোপায়ে পেট ভৰিব, খেতি-খোলাৰ দৰ্কাৰ কি ? বোলো জুইয়ে-ঘিঁউৰে লগ লগাই কিখন কৰিবলৈ ললাহে ভতিজা ?



চেক্ৰেটৰী—এতিয়া আগৰ দিন নাই। প্ৰগতিশীল জগতত এনে পৰিবৰ্তন হবই।

সৰুমন—লগতে কাম নকৰি বহি খোৱাৰো দিহা কৰাহে ভাতজা ! এই পেটটোৰ লগত কিমান মৰিম ? পাৰিলে কিবা এটা কৰা হে ? ( এম-এল-এৰ সৈতে কংগ্ৰেছ সভাপতি আহে )

সভাপতি—হেৰা মনবৰ-সৰুমন ! তোমালোকে যে কংগ্ৰেছৰ গৰুত ভোট দিছিলা, এখেতেই সেই বৰুৱা এম-এল-এ।

সৰুমন—ছাৰ ! আপুনিয়েই কংগ্ৰেজৰ বৰুৱা গৰুনেকি ?—প্ৰণাম কৰিছোঁ ছাৰ !

এম-এল-এ—( আচৰিত হৈ ) হাজৰিকা ! এওঁ কৈছে কি ?

সভাপতি—বোধকৰোঁ আমাৰ কংগ্ৰেছৰ প্ৰতীক সেই গৰু-হালৰ কথাকে কৈছে। ( সৰুমনক ) কিহে, তুমি ক'ৰ গৰুৰ কথা সুধিছা ?

সৰুমন—সেই তোলাপতৰ কংগেজৰ গৰুহাল। আপুনি যে সেই মাৰি ডালেৰে খুন্দিয়াবলৈ শিকাইছিলে ?

এম-এল-এ—অ' এতিয়া বুজিছোঁ ; এওঁ ভোটদিয়াৰ কথা কৈছে। অৱশ্যে মিছাও নহয়,—আমি এক ৰকম কংগ্ৰেছৰ গৰুৱেই সঁচা।

মনবৰ—পিচে, অহাৰ কাৰণ কি ছাৰ ?

এম-এল-এ—পানী চাবলৈ আহিলো। পিচে পানী শুকাইছেনে বাঢ়িছেহে ককাই ?

মনবৰ—ছাৰ ! আমাৰ ইয়াত এ আঙুলৰ পৰা দু আঙুল হলেই বঢ়া বুলি কয় ; পিচে আপোনালোকৰ ফালে বা কয় কি ?

এম-এল-এ—( হাঁহি ) আমিনো ক'ৰ বিদেশৰ পৰা আহিছোঁহে ? তোমালোকৰ কথাই আমাৰো কথা।

মনবৰ—নহয় ছাৰ ! আপুনি পানী নেদেখা মানুহ, পানী চাবলৈ আহিছে, কম কথানে ? চাওক, আমাৰ সোণতলি পথাৰ গুচি তেনেই সাগৰ হ'ল।

এম-এল-এ—ইয়াতে নহয় গোটেই বোৰতেই পানী হৈছে বুজিছা ? উস্ ইমান পানী যে—

সৰুমন—ছাৰ ! আপোনাক খুন্দিয়াবৰ চাৰি বছৰ পাৰহৈ গ'ল ; এতিয়া আকৌ গৰু খুন্দিয়াবৰ সময় পালেহিনেকি ?

এম-এল-এ—ওঁ, তোমালোকে এইবাৰো খুন্দিয়াবা বুজিছা ?

সৰুমন—পিচে, আপোনাক দেখাৰ ভাগ্য এইবাৰহে হ'ল ছাৰ !

এম-এল-এ—মোৰ কামৰ পৰাই আজৰি নাই। আজিও নোৱাৰিহে তোমালোকক এই বিপদত দেখা কৰিবলৈ আহিছোঁহে—

মনবৰ—আস্ বৰ ভাল শুনিছোঁ ছাৰ ! আমাৰ দুখত কন্দা মানুহ আপোনাকেহে পালো। লাগিলে এইবাৰ আকৌ কংগেজৰ গৰুকে খুন্দিয়াম ছাৰ !

সৰুমন—পিচে, এটা কথা ছাৰ ! আমাৰ মথাউৰিৰ দৰ্খাস্তত টিপচহী দি দি বুঢ়া আঙুলিৰ এতৰপ নিয়ালো ; তথাপিও মথাউৰিয়ে আগৰ দৰেই দাঁত চেলাই থাকিল। গতিকে এইবাৰ আপোনাক ভোট নিদিওঁ বুলিছোঁ।

এম-এল-এ—কাকনো দিবাহে ?

সৰুমন—সেই হালধীয়া কাপোৰ লোৱাবোৰক দিম্— ; সিহঁতে বৰকৈ ধৰিছেহি নহয়—

এম-এল-এ—অ' কমিউনিষ্টক দিবা ?

সৰুমন—ওঁ, তেওঁলোকে বোলে বহুত কাম কৰে ছাৰ !

এম-এল-এ—কেনে কাম কৰে,—কোৱাচোন ?

সৰুমন—ৰাতিতে হাতী কৰি চহকা কৰাৰ বাহিৰেও, যাক যি লাগে সব দিব পাৰে বোলে। আস্ সিহঁত এনে যে কথা চহকী—ভলুভলীয়া ! যিহে আখৈ ফুটা কথা, শুনিলে শুনি থাকিবৰহে মন যায়।

এম-এল-এ—আমি জানো কাম কৰা নাই। চোৱা, ইমানবোৰ আলি-পদূলি হ'ল, স্কুল-কলেজ হ'ল, লাইব্ৰেৰী হ'ল, হাস্পাতাল



হ'ল। সেইবিলাকৰ উপৰিও পঞ্চায়ত হ'ল,—য'ত তোমালোকৰ গাৱঁৰ মেল-মোকৰ্দমা নিস্পত্তি হব। এতিয়া ৰাইজেই ৰজা,—ইয়াতোকৈ আমি কি কৰিব লাগে ?

মনবৰ—এৰা সিও হয়। পিচে, বাণপানীহে নুগুচিল ছাৰ ?

সৰুমন—হেৰ, মথাউৰিয়েই নহ'ল যেতিয়া, বাণপানী গুচিব ক'ত ? আমিবোৰ জীয়াতে মৰিলোঁ ঔ—!

এম-এল-এ—এইবাৰ পুনৰ মোক ভোট দিলে, তোমালোকৰ মথাউৰি হৈ যাব।

সৰুমন—ভাল বাৰু, আপোনাকে দিম ছাৰ ! পিচে, গৰু হাল বৰ চেৰেলা, পাৰিলে দেনা-পানী খুৱাই শকত কৰি লওক। লগতে জয়ধন লাঙলৰ কথাও নাপাহৰিব ছাৰ !

এম-এল-এ—বাৰু, ভাবি চাম ; কিন্তু কংগ্ৰেছৰ গৰুত খুন্দিয়াবলৈ কেতিয়াও নাপাহৰিবা। কাৰণ কংগ্ৰেছৰ জয়েই ৰাইজৰো জয়।

মনবৰ—এইবোৰ কিন্তু মুখতে খুন্দিয়াম,—তেতিয়াহে যদি ভাল ভাল কাম হয় আৰু মনতো পৰিব ছাৰ।

এম-এল-এ—ওঁ, দিবা মাৰি ; কিন্তু নাপাহৰিবা হলে—মনত ৰাখিবা।

মনবৰ—কেতিয়াও নাপাহৰো ছাৰ ! ইফালে পাহৰিলেও, সেই মৌজাদাৰৰ হাতত মাটি-বাৰী কিডৰাও হেৰাব নহয়।

এম-এল-এ—এতিয়া বুজিলা,—কংগ্ৰেছৰ গৰুৰ কিমান মহিমা ? এতিয়া যাওঁ বলা,—তোমালোকলৈ দুনাৱ চাউল-পাত আনিছোঁ, সৌ তাতে নাৱ আছে, ভাগ কৰি লোৱাগৈ ব'লা।

মনবৰ—( হাঁহি হাঁহি ) এৰা, এৰা,এনেকৈ মৰম কৰিলেহে ভাল লাগে। ধন্য ধন্য কংগেজৰ গৰু ! মই এতিয়াহে বুজিছোঁ—এই গৰুৰ কিমান মহিমা আছে।

সৰুমন—ভালেহে মানুহে গৰু পূজা কৰে ঐ ! এই গৰুৱে খুন্দা খাইও যেতিয়া আমাক পাহৰা নাই, কম গৰুনে ?

সভাপতি—এতিয়া গম পালা ? মানুহে এনেয়েও গৰু পূজা কৰিব লাগে ; তাতে আকৌ কংগ্ৰেছৰ গৰু !

মনবৰ—হয়, হয়, সভাপতি ডাঙৰীয়া ! এতিয়াহে গম পালো। লেৰেলা চেপেটা হলেও কংগেজৰ গৰু কম নহয়, ঠিক্।

সভাপতি—এইবাৰো আমাক ভোট নিদিয়াকৈ নাথাকিবা। পিচে মনত থাকিব নহয় ?

মনবৰ—কেলৈ নাথাকিব হোঁ ? গাৱঁতো কম, আমাৰ কংগেজৰ গৰু, বৰুৱা ছাৰ আহিছিলে বুলি।

সকুমন—ওঁ, তাৰ লগতে ইয়াকো কমগৈ,—বৰুৱা গৰুৱে এইবাৰো কংগেজৰ গৰুকে খুন্দিয়াবলৈ দঢ়াই দঢ়াই কৈ গৈছে বুলি,—হবনে ?

সভাপতি—বাৰু, সেইদৰে কলেও হব। এতিয়া যাওঁ ব'লা, আমাৰ কংগ্ৰেছে ইয়াত 'ৰিলিফ্ৰ' কাম কৰিবলৈ আহিছে।

মনবৰ }
সকুমন }—(একেলগে) ধন্য—ধন্য। জয় কংগেজৰ গৰুৰ জয় !

(সকলোটি গুচি যায়)

[ অন্ত ]

( ১১ )

## বিপদ যেতিয়া আহে

—চৰিত্ৰ—

কনৰাম—এটা দুখীয়া গাৱঁলীয়া।
জোনাকী—ঐ ঘৈণীয়েক।
মইনা—ঐ সাত বছৰীয়া পুত্ৰ।
ওঙ্কাৰমল—এজন ধনী মাৰোৱাৰী।
তিতাৰাম—এজন গাৱঁলীয়া ডেকা।
ডাক্তৰ, মৌজাদাৰৰ মহৰী আৰু টেকেলা।

**দৃশ্য—কনৰামৰ ভগা পঁজা।**

[ এখন সাধাৰণ চালপীৰাত জৰত আক্ৰান্ত অৱস্থাত মইনা, কাষত বহি মাকে বৰ চিন্তিত ভাৱে বিছি থাকে। কনৰামে কি কৰো—কি নকৰো ভাৱে পুতেকৰ মুখলৈ চাই থকাৰ পিচত ভৰি দুটাত তেল ঘঁহি দিয়ে। ওচৰত এটা কাঁহৰ লোটা আৰু এটা বাটি থাকে, তাৰ কিছুদূৰত কেইখনমান কাঠৰ পীৰা আৰু এটা বেতৰ মূঢ়া দেখা যায়। সময় দুপৰীয়া। ]

কনৰাম—মইনাৰ মাক ! সোণে জানো ভাল পাইছে হোঁ ? বোপাইটোৰ মুখখন দেখোন তেনেই শুকাই গৈছে, দেহি ঐ—!

জোনাকী—সিনো ভাল পাইছে ক'ত ? একেটা জ্বৰে তাক লাৰ্ছাৰ্ কৰি পেলাইছে। উস্ মোৰ সোণটোৰ কি হ'ল অ' ! মই এতিয়া কৰো কি,—উস্ গোসাই ( কান্দিবলৈ ধৰে )।

কনৰাম—নাকান্দিবি, হেৰ নাকান্দিবি ; ঈশ্বৰ আছে, তেওঁনো আমাক দুখৰ ওপৰতে দুখ দিবলৈকে স্ৰজিলেনে ?

জোনাকী—তুমি কালি ডাক্তৰ অহাৰ কথা কৈছিলা নহয় ? ক'তা আজি ইমান পৰেও নাহিলে কেলৈ ?

কনৰাম—এৰা ঐ, অহাব কথা আছিল ; কিন্তু কি কৰিম, আজিকালি টকা নহলে চব্ মিছা,—কাৰো মুখলৈ কোনেও নাচায় হেৰ—

জোনাকী—সেই কাৰণে মোৰ মণিধাৰকে নিবলৈ কৈছিলো নহয় ? তাকে বেচি ডাক্তৰক আনিব পাৰিলাহেঁতেন।

কনৰাম—হেৰ, ভাতৰ লগত ঘৰৰ ইটো-সিটো চব্ বেচি খালো। এতিয়া মাত্ৰ বাকী আছে তোৰ ডিঙিৰ মণিধাৰ ; সেই মণিধাৰো বেচিলে—সতকাই লবলৈ তোৰ সাধ্য আছে কি ?

জোনাকী—লৰাতকৈ মোৰ মণিধাৰ ডাঙৰ নহয় ; সি জীয়াই থাকিলে এনেকুৱা মণি-কেঁক ঢেৰ্ ঢেৰ্ লব পাৰিম।

কনৰাম—হওঁতে তই ঠিকেই কৈছ পাই, লৰাতকৈ সেইবোৰ বস্তু ডাঙৰ নহয়। কিন্তু, মইহে বুজিছোঁ—তই তেনেকে কলে মোৰ মনত কিমান দুখ লাগে ! মোৰ এই দুখীয়া অৱস্থাত তোক একনিও সুখ-শান্তি দিব পৰা নাই ; মোৰ হাঁ ভাত, হাঁ কাপোৰ কৰোতেই দিন গৈছে !

জোনাকী—তাৰবাবে মই জানো তোমাক কেতিয়াবা আমনি কৰিছোঁ ? মোৰ কপালত যি দুখ-কষ্ট লিখা আছে, সেই ভাবেই চলিম। তুমি সেইবোৰ ভাবি ভাবি দুখ কৰিব নালাগে, শুনিছানে ?

কনৰাম—সঁচা, তই মোৰ দুখ-কষ্ট নুবুজা হলে, মই কেতিয়াবাই মৰিবলৈ পালোহেঁতেন। ইফালে চা, মোৰ কেনেনো পোৰা কপাল—! বছৰি বছৰি খেতি কৰো, বছৰি বছৰি মহামাৰী বানপানীয়ে খেতিৰ সঁচ-কঠীয়া নাইকিয়া কৰি থৈ যায় !

জোনাকী—ঈশ্বৰে চকু মেলি নাচালেনো আমাৰ উপায় আছে কি ?

কনৰাম—চাচোন, এই ভাৱেই এতিয়া ডাল-দৰিদ্ৰ হৈ দীন কটাব-লগীয়াত পৰিলো ; ইফালে ভাতৰ লগত টেটুলৈকে ধাৰ ! উস্ মোৰনো কপালৰ দুখ-কষ্ট গুচিব কেতিয়া ?



[ কনৰামে মূৰে-কপালে হাত দি ভাবিবলৈ ধৰে, এনেতে বাহিৰ ফালৰ পৰা ওঙ্কাৰমলে মাত দিয়ে। )

ওঙ্কাৰমল—( বাহিৰৰ পৰা ) কেনৰাম ঘৰত আছে কি নাই আছে ?

কনৰাম—( বাহিৰলৈ চাই ) কোনে মাতে ? অ' আছোঁ—আছোঁ, ইয়ালৈকে সোমাই আহক।

( ওঙ্কাৰমল সোমাই আহে )

নমস্কাৰ বাবু, এই মুঢ়াটোতে বহক। আমি দুখীয়া মানুহ, চকী মেজ লবলৈ সাধ্য আছে কি ?

ওঙ্কাৰমল—( মূঢ়াটোত বহি ) আচ্ছা, হব—হব, ঠিক্ আছে। তোমাৰ ঘৰতে ভাল নাই আছেনেকি ?

কনৰাম—এৰা বাবু, ঘৰখনত তিনিটি প্ৰাণী মাত্ৰ, তাৰে এটিৰ ভয়ঙ্কৰ জ্বৰ, সি চকুকে মেলা নাই।

ওঙ্কাৰমল—আচ্ছা, ভগৱান ভাল কৰি দিব, ভয় কৰিব নাই লাগে, কেনৰাম বাবু।

কনৰাম—এৰা বাবু, ঈশ্বৰেহে জানে কি হয়। ল'ৰাটোৰ জ্বৰৰ কাৰণে আমাৰ ভয়ত একেবাৰে পেটতে হাত ভৰি লুকাইছে।

ওঙ্কাৰমল—আৰে, সেইটা কি কথা কহিছে ? হাত ভৰি পেটতে গেলে তুমি কি ৰকম বাছি থাকিবে ?

কনৰাম—নহয় বাবু, তাৰ মানে আমি খুব ভয় কৰিছোঁ।

ওঙ্কাৰমল্—হাঁ, সেই ৰকম কব লাগে। তোমাৰ হাত-ভৰি পেটতে গেলে তোমাৰ মস্কিল হবে ; সেই ৰকম যাবলে দিব নাই লাগে —বুজিছে ?

কনৰাম—হয় বাবু, বুজিছোঁ।

ওঙ্কাৰমল—আচ্ছা, হামাৰ টকাৰ বিষয় কি কৰিছে ? আজ্ দিব কি নাই দিব ?

কনৰাম—বাবু, ঘৰত ফুটা কড়ি এটাও নাই ; তাতে ল'ৰাটোৰ বৰ টান অসুখ। এনে অৱস্থাত আপোনাৰ টকাখিনি এতিয়ানো দিওঁ কৰপৰা বাবু ?

ওঙ্কাৰমল— আৰে, সব্ দিন এই ৰকম কলে হামাৰ কাৰবাৰটা চলিবে কি ৰকম? ৰাম—ৰাম—।

কনৰাম—বাবু, পাৰোতেনো দিবগৈ পৰা নাইনে?

ওঙ্কাৰমল—দেখ কেনৰাম, হামাৰ টকাভী নাই, আৰ্ স্নুতভী নাই; হামি কি ৰকম বাছিবে, ব'ল?

কনৰাম—বাবু, মই জানো দিব লাগে বুলি নাজানো? কিন্তু কৰিম কি—কোনোমতেই গোটাবপৰা নাই। আপুনি মোক সময় দিয়ক—যি লাগে স্নুতকে দিম বাবু।

ওঙ্কাৰমল—নাই, নাই, তোমাকে সময় দিব নাই পাৰে। দেখ, মোকৰ্দ্দমামে ক্রোকেৰ হুকুম হৈছে; আজ টকা নাই দিলে, তোমাৰ ঘৰতে ক্রোক চলিবে।

কনৰাম—বাবু, সেইখন কৰি মোৰ বিপদত ওপৰত বিপদ চপাই নিদিব, আপোনাক হাতযোৰ কৰি মাতিছোঁ।

ওঙ্কাৰমল—দেখ, তোমাৰ মুখলে চালে, হামাৰ মুখলে চাব কোনেৰে কেনৰাম বাবু? শুন, আজ টকা দিবে কি নাই দিবে হামাকে খুলি কব লাগে, ব'ল?

কনৰাম—উস্ হে ঈশ্বৰ! ( বৰ হতাশ হৈ পৰে )

ওঙ্কাৰমল—আৰে, ঈশ্বৰ কি কহিব? মানুহ টকা দিছে, মানুহ টকা নিবে। দেখ্ সব্ নাই পাৰিলেও স্নুতেৰ টকাটো দিব লাগে। মোল টকাভী নাই—আৰ্ স্নুতভী নাই, আৰে এইটা কি ৰকম ৰাট আছেৰে?

জোনাকী—( বৰ বিৰক্ত হৈ ) মহাজন বাবু, আপোনাৰ স্নুতৰ টকানো কিমান হব,—কওকচোন?

ওঙ্কাৰমল—শুন মাইজী, ধাৰ টকা হইল—দুইশ টকা, তাৰ স্নুত হইল পঞ্চাছ ৰূপয়া, সব্ ধৰি হইল দুইশ পঞ্চাছ টকা।

কনৰাম—নহয়, মহাজন, মই ধাৰলৈ এশ টকাহে আনিছিলো?

ওঙ্কাৰমল—আৰে, তুমি একদম বুৰবক আছে কেনৰাম। টকাৰ



স্নুত দিব নাই পাৰিলে—স্নুতেৰ টকা মোল হইয়ে যায়, বুজিছে?

কনৰাম—অ' সেয়েহে এশৰ ঠাইত দুশ কৰি ক্রোকৰ হুকুম কৰাইছে, উস্ ভগৱান, কি অন্যায়—! মই এইদৰে মৰি যাম বাবু!

ওঙ্কাৰমল—হামি এই সব কি জানে, তুমি যি ৰকম ৰছিদ কৰিছে সেই ৰকম ক্রোক জাৰি হুকুম হইছে।

জোনাকী—( ডিঙিৰ পৰা মণিধাৰ খুলি লৈ ) এইয়া ধৰক মহাজন, এই সোণৰ মণিধাৰ বিক্রী কৰি আপোনাৰ স্নুতৰ টকাখিনি লবগৈ।

ওঙ্কাৰমল—( মণিধাৰ হাতত লৈ ) আচ্ছা, সেইটাভী হব পাৰে।

কনৰাম—উস্ সোণৰ মাক, তই এইবোৰ কি কৰিছ?

জোনাকী—মই যি কৰিছোঁ—ভালেই কৰিছোঁ; তুমি তাৰ বাবে ভাবিব নালাগে—

কনৰাম—হেৰ, তাত যে সম্পূৰ্ণ এতোলা খাটি সোণ আছে?

জোনাকী—যিমানেই থাকক,—মহাজনৰ যি ইচ্ছা তাকে কৰকগৈ; মই দি দিছোঁ।

ওঙ্কাৰমল—দেখ মাইজী, আজকাল সোণাৰ বজাৰ একদম খাৰাপ আছে, হামাৰ সোণাৰ কি ফয়দা? আচ্ছা, কমছে কম হামাৰ স্নুতটাভী পালে হই যায়—

জোনাকী—আপুনি এতিয়া যাওক—তাকে কৰকগৈ।

ওঙ্কাৰমল—লেকিন্ দেখ, মোল দুইশ টকাটো আবাৰ থাকি গেল। মনত ৰাখিবে মাইজী—।

কনৰাম—বাবুজী, সেই মণিধাৰত এতোলা সোণ আছে; তেনেহলে আপুনি তাৰ দাম পঞ্চাছ টকাহে দিবনেকি?

ওঙ্কাৰমল—দেখ কেনৰাম, হামাৰ সোণাৰ কোছ ফয়দা নাই আছে; তুমি মনতে খাৰাপ পাইলে—হামাৰ টকা আদাই কৰ। তোমাৰ মাল তুমি লে যাও।

জোনাকী—মহাজন, আপুনি গুচি যাওক, আপুনি যি ভাল পায়

তাকে কৰকগৈ। মোৰ ল'ৰাৰ বৰ টান অসুখ, এতিয়া ইয়াত তৰ্ক কৰি নাথাকিব, আপুনি যাওক।

ওঙ্কাৰমল—আচ্ছা, যাই মাইজী। (যাবলৈ উঠি মইনাৰ কাষলৈ চাপি গৈ) কিৰে মইনা কি ৰকম আছ? ভয় নাই কৰিবি—ভাল হইয়ে যাবে, বুজিছ?

(ওঙ্কাৰমল ওলাই যায়)

কনৰাম—উস্, তই মণিধাৰ তাক তেনেকৈ দিলি কেলৈ হেৰ?

জোনাকী—দেখা নাইনে, সি আমাৰ এই বিপদ দেখিও কেনেকৈ জোকে লগা দি লাগিছেহি। দুখ নকৰিবা, জীয়াই থাকিলে তেনেকুৱা মণি আকৌ লব পাৰিম—

কনৰাম—আস্ ঈশ্বৰে যে কেনে মানুহ সৃজিছে পাই! ইহঁতে কেৱল টকাহে চিনি পায়—; মানুহৰ দুখ-শোক অকণো নুবুজে!

("কনৰাম আছানে?" বুলি মাত দি ডাক্তৰ ভিতৰ সোমাই আহে)

কনৰাম—হয় ছাৰ, আছোঁ,—ইয়াতে বহক। (মূঢ়াটো আগবঢ়াই দিয়ে)

ডাক্তৰ—ল'ৰাটোৰ এতিয়া গা কেনে?

কনৰাম—সি কালিৰ পৰাই চকু মেলা নাই,—এইটো চাওক ছাৰ।

ডাক্তৰ—খাবলৈ দিছা কি?

কনৰাম—কিটোনো দিম ছাৰ, আছে নো কি? মাকে শুকান পিঠাগুৰি দুটামান খচি খাবলৈ দিছিলে; পিচে ল'ৰাই ভাল পালেহে খাব,—নাখালে।

(ডাক্তৰে বেগৰ পৰা জ্বৰ আদি চোৱা আহিলাপাতি উলিয়াই মইনাক পৰীক্ষা কৰি চাবলৈ ধৰে।)

ডাক্তৰ—ল'ৰাটোৰ গাত ভয়ঙ্কৰ জ্বৰ আছে, ইফালে বুকুতো বিষ। এইটো অন্য ধৰণৰ জ্বৰ বুজিছা?

কনৰাম—কেনে ধৰণৰ ছাৰ?

ডাক্তৰ—টাইফইদৰ লক্ষণ দেখা গৈছে; ইহাতে নিউমোনীয়াও আৰম্ভ হবলৈ ধৰিছে।



কনৰাম—এতিয়া উপায় কি ছাৰ?

ডাক্তৰ—বাৰু, মই ঔষধৰ নামবোৰ লিখি দিওঁ, তুমি তুৰন্তে কিনি আনি খুৱাই দিয়াহি। ছেঃ তুমি আগতেই খবৰ কৰিব লাগিছিলেহে। (ডাক্তৰে কাগজত লিখি দি কনৰামক দিয়ে)

কনৰাম—ছাৰ, এইখিনি ঔষধৰ দাম কিমান হব বাৰু?

ডাক্তৰ—বেছি নহয়,—প্ৰায় ত্ৰিশ টকামান লাগিব।

কনৰাম—ত্ৰিশ টকা? আও, ইমান টকা পাওঁ ক'ত এতিয়া?

ডাক্তৰ—জীৱনতকৈ টকা-পইচা ডাঙৰ নহয় বুজিছা? ধাৰ নিৰ কৰি হলেও ঔষধখিনি কিনি আনাগৈ,—নহলে পিচত বেছি বিপদৰহে শঙ্কা।

কনৰাম—ছাৰ, মোৰ হাতত ফুটা কড়ি এটাও নাই, ইমান টকা পাওঁ ক'ত এতিয়া—উস্ গোসাই—

জোনাকী—ছাৰ, আমাৰ মুখলৈ চাওক—দয়া কৰি আপোনাৰ দোকানৰ পৰাই ঔষধখিনি ধাৰলৈ দিয়ক। গুণ নহয় ধৰ্ম হব ছাৰ। পিচত আমি কুলীখাটি হলেও লেঠাটো মাৰিম।

কনৰাম—হয় ছাৰ, নহলে মোৰ উপায় নাই,—তেনেই অথাই সাগৰত পৰি আছোঁ, এইকণি উপকাৰ কৰক ছাৰ—

ডাক্তৰ—এঃ এনেকৈ কলে কেনেকৈ হয়হে? তোমাক বাকীলৈ ঔষধ দি মই খাওঁ কি? বেয়া নাপাবা, অন্য কিবা এটা উপায় কৰা—

জোনাকী—আমাৰ উপায় একো নাই ছাৰ। মোৰ যিবা এধাৰি মণি আছিল, তাকো এতিয়া আপোনাৰ আগে আগে মাৰোৱাৰীয়ে ধাৰত মাৰি লৈ গ'ল।

ডাক্তৰ—এতিয়াও তাৰ ওচৰলৈকে যোৱা, সি সুত পালে ধাৰ দিবলৈ ভয় নকৰে বুজিছা?

কনৰাম—পিচে, আপোনাৰ ফিজৰ কথা কি হব এতিয়া ছাৰ?

ডাক্তৰ—পাৰিলে আদাই দিয়া; যদি নোৱাৰা পিচতো মনত পেলাই দিবাগৈ,—নাপাহৰিবা হলে।

কনৰাম—কিয় পাহৰিম ছাৰ—?

ডাক্তৰ—মই এতিয়া যাওঁ, ঔষধখিনি কিনি আনি খোৱাবাঁহি।

( ডাক্তৰ ওলাই যায় )

কনৰাম—হেৰ ল'ৰাৰ মাক্, এতিয়া উপায় কি? মাৰোৱাৰীয়ে জানো মোক ধাৰলৈ টকা দিব হেঁা?

জোনাকী—নহলে উপায় কি? যোৱাচোন তাকে ভৰিয়ে হাতে ধৰি কোৱাগৈ—ডাক্তৰে ল'ৰাটোৰ অৱস্থা টান বুলি কৈছে যেতিয়া, —এতিয়া পলম কৰিবৰ সময় নহয়।

কনৰাম—এৰা হয়,—তাকে কৰো।

( কনৰামে যাবলৈ ওলায়, এনেতে মৌজাদাৰৰ মহৰী টেকেলা আহি ভিতৰ সোমায়। )

মহৰী—সেইয়া, আমি আহিলেই—তোমাৰ ক'ৰবালৈ যাবৰ হয়; ৰ'বা তোমাৰ লগত কথা আছে।

কনৰাম—এতিয়া কথা হবলৈ মোৰ আজৰি নাই মহৰী বাবু, মই নগলেই নহয়, মোৰ বৰ বিপদ!

মহৰী—আমি কিয় আহিছেঁা, তাৰ খবৰ ৰাখিছানে নাই?

কনৰাম—কিয় নাৰাখিম হেঁা? চৰকাৰী খাজনা দিব লাগে বুলি মোৰো জ্ঞান আছে নহয়—

মহৰী—যদি বুজিছাই—তেনেহলে খাজনাখিনি আদায় দি আমাক বিদায় দিয়া; নহলে আজি বয়বস্তু ক্ৰোক কৰা হব।

কনৰাম—ক্ৰোক? আজি ক্ৰোক কৰিব?

মহৰী—ওঁ, মৌজাদাৰ হাকিমৰ হুকুম,—এইখন চোৱা—

( ক্ৰোকৰ হুকুমৰ কাগজখন দেখুৱায় )

কনৰাম—মহৰী বাবু, মোক দুদিনমানলৈ সময় দিব নোৱাৰে? চাওকচোন, মোৰ ল'ৰাটোৰ টান জ্বৰ; তাৰ ঔষধ আনিবলৈকে মোৰ হাতত টকা নাই,—মই টকা বিচাৰিহে যাবলৈ ওলাইছেঁা, বুজিছেনে—



মহৰী—ওঁহোঁ, আজি টকা নিদিলে ক্ৰোক কৰা হব; তোমাক প্ৰত্যেক বাৰেই সময় দি দি এতিয়া মৌজাদাৰৰ ওচৰত আমিহে বেয়া হৈছেঁা,—ইফালে আমাৰ কামৰ পিনেও টনা-টনি অৱস্থা হৈ পৰিছে।

কনৰাম—মহৰী বাবু, মইনো পাৰোতেনো দিবপৰা নাইনে? এইবাৰ অন্ততঃ বেছি নহলেও মোক এ সপ্তাহ সময় দিয়ক, মাটি বিঘাকে বন্ধকত দি হলেও চৰকাৰী লেঠাটো মাৰিম। চাওকচোন মোৰ কি বিপদ—ল'ৰাটোৰ কিমান টান অসুখ—

মহৰী—থোৱাহে, কেৱল তোমাৰেই নহয়—সকলোৰে ঘৰে ঘৰে এই-বোৰ জ্বৰ-নৰিয়া আছেই; সেইবুলি খাজনা নিদিলে হবনেকি? তোমাক সময় দিব নোৱাৰো—আজি ক্ৰোক কৰি হলেও আমাৰ পাওনা টকা উলিয়াম।

[ মহৰীয়ে টেকেলাক ক্ৰোক্ কৰিবলৈ আদেশ দিয়ে, কনৰামে কি কৰো কি নকৰো অৱস্থাত মূৰে কপালে হাত দি বহি পৰে। ]

কনৰাম—উস্ গোঁসাই, মোক বিপদৰ ওপৰত বিপদ চপাই দি কি ৰং চাইছা— ?

মহৰী—টেকেলা, চাই আছা কি? যোৱা, ভিতৰত যি পোৱা সকলো লৈ আহাঁ।

[ টেকেলাই ভিতৰৰ পৰা ইটো সিটো বয়-বস্তু উলিয়াই আনি বাহিৰত থবলৈ ধৰে। শেষত ল'ৰাটোৰ ওচৰত থকা লোটাটো নিবলৈ লয়। ]

জোনাকী—টেকেলা ককাই, লোটাটো নিনিবা, ল'ৰাটোক পানী এটোপা দিবলৈকে একোটো নাই; থৈ যোৱা—থৈ যোৱা—তোমাকে মাতিছেঁা—শুনিছানে—!

মহৰী—ওঁ হো, নহব—নহব। লৈ যোৱা—লৈ যোৱা। সেই লোটাটো বেচি অন্ততঃ পাঁচ টকা পাম।

( টেকেলাই লোটাটো লৈ যায় )

জোনাকী—অ' গোঁসাই, এতিয়া কৰো কি? মোৰ ল'ৰাটোক পানী এটোপানো দিওঁহি কিহত? ( কান্দে )

কনৰাম—হেৰ, নাকান্দিবি—নাকান্দিবি ; দে—চব, নিবলৈ দে। ঈশ্বৰে যি কৰে কৰিব—।

জোনাকী—মহৰী বাবু, অপোনালোকৰো জানো ল'ৰা-ছোৱালী নাই ? এই ল'ৰাটোৰ মুখলৈ চাই জানো লোটাটো থৈ যাব নোৱাৰিলেহেঁতেন—

মহৰী—বুজিছা, তোমালোকৰ মুখলৈ চালে আমাৰ চাকৰিবোৰ নাথাকে। সেই কাৰণে আগতেই জানিব লাগে যে, চৰকাৰি খাজনা টকা নিদিলে কি বিপদ। মোক বেয়া নাপাবা,—আমি চাকৰ মানুহ—এই ভাৱেই চাকৰি কৰিবই লাগিব। ( টেকেলাক ) টেকেলা, এতিয়া যাওঁ আহাঁ।

( টেকেলা-মহৰী ওলাই যায় )

কনৰাম—গ'ল, সকলো গ'ল ! উস্ মোৰ কপাল……

[ কনৰাম আৰু জোনাকীয়ে মূৰে-কপালে হাতদি দুখ কৰি থকা অৱস্থাত হঠাৎ মইনাই এটা বিকট চিঞৰ মাৰি উঠে—"আই ঔ, সৌটো ফকিৰ ফকিৰ, —মোক ধৰ—ধৰ"। মাকে গৰা মাৰি ধৰে আৰু বাপেকে বিছি দিয়ে। ]

জোনাকী—কি হ'ল সোণ,—কি হ'ল ? এইয়া মই আছোঁ নহয়—

কনৰাম—সি এনেকৈ উচাপ খাই উঠিলে কেলৈ ? জ্বৰ বেছি হৈছেনেকি ? ছেঃ মইনো এতিয়া টকা-পইচা বিচাৰি যাওঁ কেনেকৈ ?

জোনাকী—নাযাবা, নাযাবা, বোপাইটোৰ জ্বৰ বেছি হৈ পৰিছে—; মইনো এতিয়া অকলে কৰিম কি ?

কনৰাম—তেন্তে উপায় ?

জোনাকী—উপায় আছে কি ? চোৱাচোন, সি আকৌ কেনেকৈ টোপনি গ'ল, আস্ এনে হৈছে কেলৈ ?

কনৰাম—হেৰ আমাৰ কীৰ্ত্তন-পুথিখন থলি ক'ত ?

জোনাকী—কীৰ্ত্তন-পুথিৰে কৰা কি ?



কনৰাম—আনচোন তাকে ল'ৰাটোৰ মূৰত থৈ ঈশ্বৰকো কান্দি-কাতি কাকুতি কৰো, তেওঁ কি জানি চকু মেলি চাইবা—

জোনাকী—কেলৈ, সেইদিনা সেই খৰাহীটোৰ দামত মাৰি বলোৱামে নিয়া নাই জানো ?

কনৰাম—আস্, মোৰ কি ফুটা কপাল, কীৰ্ত্তন-পুথিখনো ঘৰত নাই— লৈ গ'ল—! ভাবিছিলো পুথিখনকে আগত লৈ মনটোক বুজাব পাৰিম ; কিন্তু সিও মিছা হৈ গ'ল !

( মইনাই আকৌ উচাপ খাই উঠি কবলৈ ধৰে )

মইনা—( অতি ক্ষীণ মাতে ) আই, মোক কমলা-টেঙা দে—

জোনাকী—কমলা-টেঙা ? বাৰু, দিম সোণ দিম—

মইনা—দে, দে, মই লৈ থাকিম,—লৈ থাকিম।

জোনাকী—( কনৰামক ) হেৰা, যোৱাচোন—ক'ত পোৱা কমলা দুটামান বিচাৰি আনাগৈ। সোণে বিচাৰিছে—

কনৰাম—কমলা-টেঙা ? (অলপ ভাবি) অ' হয় হয়, সেই তাহাঁতৰ বাৰীৰ পৰাই আনোগৈ। যাওঁ,—তাকে কৰো নহলে উপায় নাই।

( কনৰাম ওলাই যায় )

জোনাকী—সোণ, পানী খাবা,—পানী ?

মইনা—কমলা,-ক-ম-লা—( পুনৰ টোপনি যায় )

জোনাকী—ল'ৰাটোৱে এনে কৰিছে কেলৈ ? সি দেখোন আকৌ টোপনি গ'ল। ( বিছি থাকে )

( মইনাই আকৌ টোপনিতে চিঞঁৰি উঠে )

মইনা—আই ঔ, খালে—খালে—

জোনাকী—সোণ ! সোণ ! ( বৰ অধৈৰ্য্য হৈ চাই থাকে )

(কনৰামে হাতত কমলা তিনিটা লৈ বেগে সোমাই আহে আৰু ল'ৰাটোৰ কাষত থৈ কয় )

কনৰাম—এই কেইটা তিতাৰামহঁতৰ বাৰীৰ পৰাই ছিঙি আনিলো— বুজিছনে ? দেচোন—সোণক লবলৈ দে।

( জোনাকীয়ে পুতেকক জগাই দি হাতত কমলা-টেঙা এটা লবলৈ দিয়ে, সি বৰ বংমনে হাতত লৈ পুনৰ টোপনি যায় )

জোনাকী—বোপাইটোৱে এই দৰে ঘনাই ঘনাই উচপ্ খাই উঠি আকৌ টোপনি গৈছে কেলৈ ? চোৱাচোন, তাৰ মুখখন দেখোন তেনেই মেটেকাফুলীয়া হৈ পৰিছে !

কনৰাম—এৰা, তাৰ জ্বৰ বেছি হৈছে হবপায় ; ৰাক মূৰত অলপ পানীকে ঢালি চাওঁ। (পানী আনিবলৈ পানীৰ পাত্ৰ বিচাৰি নেপায়) ছেঃ পানীখিনিনো আনোগৈ কিহত এতিয়া ? অধৰমীহঁতে লোটাটো লৈ গ'ল ! পানী অনাবে মোদা মাৰিলে এক্কা—

জোনাকী—শুনা, পিচফালৰ হাঁহ-গঁৰালটোৰ ওপৰত ছুটামান পুৰণা টেকেলি আছে নহয়, তাৰে এটাত পানীখিনি আনাগৈ চোন, যোৱা।

[ এফালে কনৰাম যায়, আনফালে খঙত উগ্ৰমূৰ্ত্তি ধৰি বেগে তিতাৰাম আহি ভিতৰ সোমায় )

তিতাৰাম—নবৌ, গ'ল ক'লৈ ?

জোনাকী—কোন ? তুমি কাৰ কথা কৈছা ?

তিতাৰাম—তোমালোকৰ সেই টেঙা চোৰটোৰ কথা কৈছোঁ।

জোনাকী—অ' ককায়েৰৰ কথা কৈছা নেকি ? তেওঁ আছে, আহিব এতিয়া, বহাচোন, বহা—

তিতাৰাম—এস্ বহিবলৈ আছে কিহে ? সি মোক নোসোধা-নোপোচাকৈ মোৰ বাৰীত সোমাই সেই নতুন টেঙা জোপাৰ পৰা কমলাকেটা ছিঙি আনিব পায়নে ? সি তাৰ বাপেকৰ বাৰী পাইছেনেকি যে, ইমান মহতালী দেখুৱাবলৈ আহে ?

( এটা পুৰণা ভগা টেকেলিত পানী লৈ কনৰাম পুনৰ সোমাই আহে। )

কনৰাম—অ' তিতাৰাম, তই ? বহ-হেৰ-বহ, মোৰ কি বিপদ দেখিছই নহয়। হেৰ, আহিলি ভাল কৰিলি, পাই, আজি তোৰ ওচৰত এটা ডাঙৰ জগৰ লগালো পাই—



তিতাৰাম—জগৰ-তগৰ কি ? তই টেঙা চোৰ—।

কনৰাম—নহয় হেৰ নহয়, ল'ৰাটোৱে কমলা-কমলা বুলি চিঞঁৰাত উপায় নেপাই তহঁতৰ বাৰীৰ পৰাই কমলা তিনিটা ছিঙি আনিলোগৈ। তাৰ বাবে চোৰ হম কেলৈহেঁা ? চা, তই মোৰ মোমাই ল'ৰা ভাই—; তইও এনেকৈ কৰনে হোঁ ? হেৰ, মোৰ ল'ৰাটোতকৈ তহঁতৰ টেঙা কেইটা ডাঙৰ হ'লনে হেৰ ?

তিতাৰাম—তই নোসোধা-নোপোচাকৈ বাৰীত সোমাবি কেলৈ ? তই চোৰ নহৰ—কিনো ?

কনৰাম—এৰা পাই—সেইটো মোৰ ভুল হ'ল হেৰ ! কিন্তু তহঁতৰ বাৰীত সোমাবলৈ সোধিব লাগিছিল বুলি—মোৰ মনতেই নপৰিলে। হেৰ, তোকে মাতিছো, খং নকৰিবি, লাগিলে টেঙাৰ দামকে লৈ যাবি পাই।

তিতাৰাম—বুজিছ, চোৰৰ বাবে বাৰী পতা নাই—

কনৰাম—( বেজাৰতে এটা বিকট হাঁহি মাৰে ) হাঃ হাঃ হাঃ কি কলি—মই চোৰ ? মই টেঙাচোৰ ?

তিতাৰাম—চোৰ নহৰ কিনো ? লোকৰ বাৰীৰ টেঙা ছিঙিবলৈ লাজ নালাগেনে ? থুই কটা, মৰি যা, মৰি যা—

কনৰাম—( বেজাৰত চকুলো মচি মচি ) হৈছে, হেৰ হৈছে। ইয়াতোকৈ বেছি কবৰ দৰ্কাৰ নকৰে। সচাঁ, মই চোৰ—টেঙা-চোৰ, মোক চৰিয়াই চৰিয়াই মোৰ গাল-মুখবোৰ ভাঙি থৈ যা। কিন্তু শুন, বিপদ কেৱল মোৰ বাবেই নহয়—বিপদ সকলোৰে আছে বুজিছ ? চা, সেইখন বাৰী এদিন মোৰেই নাছিল জানো ? সেই টেঙা গছজোপা ময়েই কুই ডাঙৰ কৰা নাছিলোনে? মোৰ পোৰা কপাল, টকাৰ ধাৰত তহঁতকে আধা দামত বাৰীখন বেচি দিলো —এতিয়া সেই সামান্য টেঙা কেটাৰ লগতে এনে কথা কৰ, নহয়নে ?

তিতাৰাম—মই ইবোৰ-সিবোৰ কথা নাজানো ; ভালে ভালে মোৰ

টেঙা কেইটা ঘূৰাই দে। আমাৰো ল'ৰা-ছোৱালী আছে,— বুজিছ ?

কনৰাম—হেৰ, তিতাৰাম, তোকে মাতছোঁ—তই টেঙা কেইটা লৈ নাযাবি হেৰ ; ল'ৰাটোৱে কান্দিব—সি চিঞঁৰিব—।

তিতাৰাম—এস্ বৰ কথাটো কৈছ ? তোৰ ল'ৰাই কান্দকেই বা মৰকেই—মোৰ টেঙা মই লৈ যাম।

( তিতাৰামে খঙেৰে ল'ৰাটোৰ পৰা টেঙা কেইটা কাঢ়ি আনিবলৈ লয় মইনাই পাৰেমানে কান্দি কান্দি চিঞৰি উঠে )

মইনা—মোৰ টেঙা লৈ গ'ল,—লৈ গ'ল, দে—দে—( কান্দে )

কনৰাম—হেৰ, তোৰ গাত ধৰি মাতিছোঁ,—জৱীয়া ল'ৰাটোক নকন্দুৱাবি,—টেঙা কেইটা থৈ যা,—হেৰ থৈ যা—মোৰে শপত।

তিতাৰাম—গুচ, বাৰে বাৰে কি চুপতি কৰি থাক অ' ?

[ তিতাৰামে খঙেৰে কনৰামৰ গালত চৰ মাৰি বেগে ওলাই যায়। কনৰামে হতবুদ্ধি হৈ সি যোৱাৰ পিনে একে থৰে চাই থাকে,—দুই চকুত সৰ্ সৰ্কৈ অজস্ৰ চকুপানী ওলাই বাগৰি পৰে। এনেতে মইনাই কান্দি কান্দি কয়—"টেঙা,—টে—ঙা"—তাৰ পিচত সেইভাৱে কান্দি কান্দি সি মূৰ্চ্ছা যায়। মাকে এটা বিকট চিঞৰ মাৰি পুতেকক সাৱটি ধৰে। ]

জোনাকী—অ' আই ঔ, পোনাটোৰ কি হ'ল অ'—( মূৰ্চ্ছা )

[ কনৰামেও প্ৰায় উন্মাদৰ দৰেই পুতেকক সাৱটি ধৰি চিঞৰি কয়। ]

কনৰাম—অ' বোপাই,—তই কৰিলি কি ?—কৰিলি কি ? উস্— আ—স্—( মূৰ্চ্ছা )

[ আঁৰ কাপোৰ ]

[ অন্ত ]

( ১২ )

## ভুলৰ সমাধি

চৰিত্ৰ—উকীল, উকীলনী, ডাক্তৰ, ডাক্তৰণী আৰু গেন্ধেলা বুঢ়া

দৃশ্য—উকীলৰ ড্ৰইংৰুম

[ অতি জাকৃজমক্ কোঠাটো। যথেষ্ট চকী-মেজ দেখা যায়। বেৰত নানা বিধৰ ফটো আৰু ছবি আঁৰা আছে, চকুতপৰাকৈ এটা "ৱাল্-ক্লক্"—ঠিক পুৰা ৯ বজা লক্ষ্য কৰিবপৰা যায়। উকীলে মনে মনে এখনি বাতৰি-কাকত পঢ়ি থাকে ; এনেতে হাতত একাপ চাহ লৈ উকীলনী ওলাই আহি উকীলক দি কাষৰ চকী এখনত বহে।]

উকীলনী—আপুনি যে, অলপ আগতে শৰ্মা উকীলৰ সৈতে কিবা বাৰ্থ-কণ্ট্ৰলৰ কথা উলিয়াই ইমানকৈ হাঁহিছিলে,—সেই সোপানো কেনেকুৱা কথা, মোকো কওকচোন —?

উকাল—( চাহখিনি খাই হাঁহি হাঁহি ) তুমি তেনেহলে কথাবোৰ শুনি আছিলা, নহয় নে ?

উকীলনী—শুনাত কিবা জগৰ লাগিলেনেকি ? ইমান এটা ডাঙৰ ভিতৰুৱা কথাৰ পাতনি মেলি, হাঁহিত ঘৰ উৰুৱাই দিছিলে,—তেনে কথাৰ ভাগ নলৈ, লমনো কিহত ?

উকীল—বিশেষ একো নহয়হে ; আমাৰ চৰকাৰে উলিওৱা সেই পৰিয়াল-পৰিকল্পনাৰ কথাবোৰকে পাতিছিলো। তুমিও জানো সেইবোৰ কথা কাকতে-পত্ৰে পঢ়া নাই ?

উকীলনী—ওঁ, পঢ়িছোঁ ; পিচে তাৰ লগত এই বাৰ্থ-কণ্ট্ৰলৰ সম্বন্ধ কি ?

উকীল—কিয় ? তাৰ লগত খুব সম্বন্ধ আছে। এটা পৰিয়ালৰ ভবিষ্যৎ সুখ-সমৃদ্ধিৰ কথা পৰিকল্পনা কৰিবলৈ হলে, এই বাৰ্থ-কণ্ট্ৰলৰ বিষয়েও ভাবি চাব লাগিব। মুঠতে দুয়োটা বিষয় একে গছৰে পান-তামোল, বুজিছা ?

উকীলনী—থৈ দিয়ক, এতিয়া চৰকাৰৰ আন কাম নাই—এই বাৰ্থ-কণ্ট্ৰলত ধৰি ঈশ্বৰৰ ক্ষমতাখিনিও হাতলৈ আনিবলৈ বিচাৰে। ছিঃ কেনে লাজ লগা কথাবোৰ এঁকা!

উকীল—বুজিছা, তুমি ভালপোৱা-বেয়াপোৱাৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই! যেতিয়া চৰকাৰে ভাল বুলি গ্ৰহণ কৰিছে, তাক মানি চলিবই লাগিব। চোৱাঁচোন, আমাৰ দৰে এখন দুখীয়া দেশত দিনক দিনে কিমান মানুহ বৃদ্ধি পাইছে, সেই অনুপাতে জীয়াই থাকিবলৈ আমাৰ উপায়-ব্যৱস্থা আছে কি? নাই জনসংখ্যা অনুপাতে মাটি-বাৰী, নাই অন্ন-বস্ত্ৰৰ ভাল ব্যৱস্থা, নাই আগৰ বল-বীৰ্য-শক্তি। এই জীৱন-মৰণৰ সন্ধিক্ষণত চৰকাৰে ভাবি নাচাব কেলৈ?

উকীলনী—ঈশ্বৰে মানুহক জন্ম দিয়াইছে যেনেকৈ,—তেনেকৈয়ে খোৱাবও নহয়। তাকেনো ভাবি-চিন্তি মূৰৰ চুলিপকাব লাগিছেনে?

উকীল—নহয় হে, তুমি কথাবোৰ ক'ৰবালৈ টানি লৈ গৈছা; মানুহৰ ভাল-বেয়া মানুহেই চিন্তা কৰি চায় আৰু সেই মানুহেই ভবিষ্যতবো সুখ-দুখ ভাবি চাব পাৰে! চোৱা, আগৰ দৰে আজি-কালি মানুহৰ মৃত্যু-সংখ্যাও নাই; ইহাতে বছৰি বছৰি জন্মৰ সংখ্যাও অতিপাত বৃদ্ধি পাই আহিছে। এইদৰে হবলৈ হলে এদিন মানুহে মানুহক খাবলগীয়া অৱস্থা নহবনে?

উকীলনী—পিচে, তাৰ উপায় কি?

উকীল—তাৰ উপায়, এতিয়া জনসাধাৰণৰ মাজত বাৰ্থ-কণ্ট্ৰল অৰ্থাৎ জন্ম-নিয়ন্ত্ৰণৰ উপকাৰিতা বিষয়ে প্ৰচাৰ কৰিবলগীয়া হৈছে,— যাতে মানুহে এই বিষয়ত সতৰ্ক আৰু সাৱধান হয়।

উকীলনী—সেই বুলি ঈশ্বৰৰ দানো দলিয়াই পেলাবনে? যদি সেয়ে হয়,—তেন্তে মিছাতে সংসাৰ পতাৰ দৰ্কাৰ কি—তাকো উঠাই দিয়ক।

উকীল—তেনেহলে তুমি কোৱানেকি যে, খোৱাব-পিন্ধাব নোৱাৰা অৱস্থাতো কুকুৰ-মেকুৰীৰ দৰে এথোপা ল'ৰাছোৱালী জন্ম দিয়াহে বিয়াৰ প্ৰকৃত উদ্দেশ্য?



উকীলনী—কওকচোন, কাৰনো কেইথোপা ল'ৰা-ছোৱালী হোৱাৰ-বাবেই সিহঁতক খোৱাব-পিন্ধাব নোৱাৰা হৈ কোনেনো কেনেকৈ ডিঙিত ফাঁচ্ লগাই মৰিবলৈ পাইছে?

উকীল—অৱশ্যে তোমাৰ ঘৰত নহব পাৰে; কিন্তু বহুতৰেই তেনে অৱস্থা হৈছে। আমি উকীল মানুহ, তেনেবোৰ কিমান মোকৰ্দ্দমা বিচাৰ কৰিবলৈ পাইছোঁ—সেইবোৰ কবলৈ গ'লে গাৰ নোম শিয়ঁৰি উঠে।

উকীলনী—আপুনিও কব খোজেনেকি যে, মানুহে বিয়াপাতি কৰি সংসাৰত সোমাব নালাগে,—সি মহাপাপৰ কথা?

উকীল—মই সেই কথা কবলৈ যোৱা নাই; মাত্ৰ ইয়াকে কওঁ যে, নিজৰ অৱস্থা বুজিহে ল'ৰা-ছোৱালীৰ জন্ম সংখ্যা নিৰ্দ্ধাৰণ কৰি লব লাগে! চোৱাচোন, আমাৰ ওচৰৰে সেই কৃষ্ণৰ কথাবোৰকে; তাৰ দুবেলা-দুমুঠি খাবলৈ সমৰ্থ নাই—ইফালে ৭টা ল'ৰা ৬ জনী ছোৱালী! সি সিহঁতক মানুহ কৰিব নোৱাৰা হেতুকেই কোনোটো চোৰ, কোনোটো ডকাইত, কোনোটো গুণ্ডা হৈ বাপেক-মাকৰ নাক-কাণ কাটি ফুৰিছে। ইহাতে ছোৱালীবোৰৰ কি দশা হ'ল,—তুমি নিজেই দেখিছা। ইয়াৰ বাবে দোষী কোন? সিহঁতৰ মাক-বাপেকেই প্ৰকৃততে দোষী নহয়নে?

উকীলনী—সিহঁতৰ হ'ল বুলি আটাইৰে হবনেকি? মানুহে কাম-বন নকৰি হাত সাৱটি বহি থাকিলে, তেনে দশা নহব কেলৈ?

উকীল—সেই বাবেই আজিৰ এই প্ৰগতিশীল জগতে আগ-পাচ ভাবি চাই হে এই নতুন পৰিকল্পনা হাতত লৈছে, বুজিছা?

উকীলনী—থওক, আপোনাৰ চৰকাৰৰো লাজ-কাজ অকণিও নাই বুজিছেনে? অ' আই, ক'ৰবাতনো লোকৰ ভিতৰুৱা বিষয়-বোৰতো অনধিকাৰ চৰ্চ্চা কৰেনে?

উকীল—আমাৰ চৰকাৰে যি কৰিছে ভালেই কৰিছে ; বিশেষকৈ, তোমালোকৰ মঙ্গলৰ বাবেই এই আয়োজন কৰিছে, বুজিছানে ?

উকীলনী—আমাৰ বাবে ? কেনেকৈ ?

উকীল—চোৱাচোন, এই চাৰিবছৰৰ আগতে তোমাৰ কেনে ধুনীয়া স্বাস্থ্য আছিল,—এতিয়া এটা দুটাকৈ তিনিটা ল'ৰা-ছোৱালীৰ মাক হৈ কিমান শুকাই-ক্ষীণাই গ'লা। এইদৰে হবলৈ হলে তোমাৰ উপায় হব কি ? তুমি কম বয়সতে বুঢ়ি হৈ অপাৰ কষ্টবোৰ ভোগ কৰিবগৈ নালাগিবনে ?

উকীলনী—মই জানো, সেই বুলি কেতিয়াবা কিবা আপত্তি কৰিছোঁ ? ল'ৰা-ছোৱালী পালন কৰি কি দুখ-কষ্ট পাইছোঁ—সেইবোৰ মোৰ নিজৰ কথা,—আপুনি তাৰ বাবে মূৰ ঘূৰাবৰ আৱশ্যক কি ?

উকীল—সেইয়া, কথাটো আকৌ অন্যফালে লৈ গ'লা ; মই কৈছো এটা,—আৰু তুমি ভাবি লৈছা অন্য এটাহে ?

উকীলনী—বেছ, আজিৰ পৰা আপোনাৰ শুৱা-ঘৰৰ দুৱাৰত তলা বন্ধ কৰি যোগী হয়নে সন্ন্যাসীয়ে হয়, চছন্দ মনে শুই থাকিব, হবতো ?

উকীল—তোমাৰ এই ভুলৰ-সমাধি নহয় মানে এইবিলাক কোৱাৰ পৰা কোনো ফল নধৰে। তুমি ভাবিছানেকি যে, বাৰ্থ-কণ্ট্ৰলৰ অৰ্থ স্বামী-পত্নী পৃথক হৈ দুৱাৰত তলা লগাই বাস কৰিব লাগে ? কওঁ শুনা, সিবোৰ একো নহয়, মাত্ৰ তাৰ কিছুমান দৰ্কাৰি নিয়ম-পদ্ধতি পালন কৰিলেই এই জন্ম-নিয়ন্ত্ৰণ কৰিবপৰা যায়।

উকীলনী—মোৰ আগত কেতিয়াও এনে অসহনীয় কথা নকব বুজিছেনে ? যদি একান্তই মোক বেয়া পায়,—যেনেকৈ আনিছিলে—তেনেকৈ আমাৰ ঘৰত থৈ আহকগৈ।

[ উকীলনী খং মনে ভিতৰলৈ গুচি যায়। উকীলে কথাবোৰ ভাবি-চিন্তি ইফালে-সিফালে ঘূৰি ফুৰে। এনেতে ডাক্তৰ-ডাক্তৰনী আহি ভিতৰ সোমায়। ]



উকীল—অ' আহক ডাক্তৰবাবু, মই আপোনালোকৰ কথাকে ভাবি থাকোতেই ওলালহি ; আপোনালোক বহুতদিন বাছি থাকিবহে। বহক—বহক—।

( ডাক্তৰ-ডাক্তৰনী বহে )

ডাক্তৰ—পিচে, একো বুজিব নোৱাৰিলো,—আমাৰ কথানো ইমানকৈ ভাবিছিলে কিয় ? কিবা দায়-জগৰ লগালোনেকি ?

উকীল—এস্ সেইবোৰ একো নহয়,—কেৱল মোৰ এটা ব্যক্তিগত কথাৰ বাবেহে ভাবি চাইছিলো।

ডাক্তৰ—বাৰু, কওকচোন কেনে কথানো ? কিজানিবা সমস্যাটো সমাধান কৰিব পাৰোৱেই—

উকীল—কথাটো অৱশ্যে একো নহয় ;—আপোনালোকে যি বিষয়ত গাৱেঁ-ভূঞে ঘূৰিফুৰি জনসাধাৰণক কৈছে—বুজাইছে,—সেই কথাহে। আজি এই বাৰ্থ-কণ্ট্ৰলৰ বিষয়ে আমাৰ তেওঁৰ লগতো আলোচনা কৰিছিলো ; পিচে তেওঁ মোক সম্পূৰ্ণ ভুল বুজিলে। এবাৰ আপোনালোকেও তেওঁক বুজাই নিদিলে,—সমস্যাটো সমাধান কৰাত মোৰ পক্ষে বৰ কঠিন।

ডাক্তৰ—( হাঁহি হাঁহি ) অ' এই কথা ? সঁচা, আমাৰ তিৰুতাসকলে এই বিষয়ৰ পৰামৰ্শ লবলৈ বৰ টান পায়। পিচে, আচল কথাটো বুজি পালে,—তেওঁলোকে ভয় বা আপত্তি কৰিবলগীয়া একো নাথাকে।

উকীল—পাৰিলে আমাৰ তেওঁকো বুজাই দিব,—নহলে মোৰ ভাত কেটা খোৱাৰে মোদা মৰিব, বুজিছেনে ?

ডাক্তৰ—সেই কাৰণেই এইয়া আমাৰ ডাক্তৰনীকো লগত লৈ আহিছোঁ ; তেখেতে পৰিষ্কাৰ ভাৱে বুজাই মেলি দিব পাৰিব, আপুনি তাৰ বাবে ভয় নকৰিব।

ডাক্তৰনী—ঠিক আছে, মই তেখেতক ভালকৈ বুজাই কম বাৰু ; এতিয়া তেখেত আছে ক'ত ?

উকীল—ভিতৰৰ ফালে আছে; অনুগ্ৰহ কৰি তালৈকে যাওক ডাক্তৰনী—।

( ডাক্তৰনী ভিতৰলৈ সোমাই যায় )

ডাক্তৰ—বুজিছেনে, বাৰ্থ কন্ট্ৰলৰ কথা ক'লে আমাৰ তিৰুতাসকলে বৰ দুখ পায়; খাবলৈ হওক-নহওক এথোপা ল'ৰা-ছোৱালী জন্ম দিব পৰাই তেওঁলোকৰ যেন জীৱনৰ একমাত্ৰ লক্ষ্য আৰু উদ্দেশ্য—।

উকীল—সঁচা, আমাৰ চৰকাৰে যি পৰিকল্পনা হাতত লৈছে, সি অতি উপযোগী হৈছে; নহলে দেশৰ ভৱিষ্যৎ অন্ধকাৰ হোৱাৰ উপৰিও, মানুহে মানুহক খাই জীয়াই থাকিবলগীয়া অৱস্থা হবগৈ।

( "উকীল ঘৰত আছনে নাই অ'?" বুলি মাতি মাতি গেন্ধেলা বুঢ়া সোমাই আহে )

উকীল—আছোঁ দদাইদেৱ, আহক—বহক—।

গেন্ধেলা—মই ভাবিছিলো,—তই কেনিবা ওলাই গলি বুলি—

উকীল—নাই যোৱা, তাতে আজি আমাৰ কাছাৰীও বন্ধ নহয়। বহক, এই চকীখনতে বহক—

গেন্ধেলা—হেৰ, জানোবা তোৰ চকীখন অশুচি হয়?

উকীল—ঔ আই, আপুনি যে কি কথাবোৰ কয়? মোৰ চকীখন অশুচি হব কেলৈ? বহক—বহক—

গেন্ধেলা—( চকিত বহি ) হেৰ, কালি তহঁতৰ সেই অফিচনে-ফপিচত মোৰ কি দশা হ'ল দেখা নাপালিনে? মই জানিবা, তোৰ সাহতে চকীখনত বহিলোৱেই, তাতেনো সেই বৰুৱা উকীলপাতে চকু ৰঙা কৰি মোক নমাই দিব লাগেনে হোঁ? হেৰ, আমিনো ইমান অধচ্ হলোনে যে, তাৰ আগত চকীখনত বহিলেই সি মৰে?

উকীল—অ' সেই কথা, পিচে এইটো অফিচ নহয়—মোৰ ঘৰহে।

গেন্ধেলা—হেৰ, সেই যে সেয়ে,—তইও মোক কম কৰা নাই এঁকা! সি সোধিলে—বুঢ়াৰ ঘৰ ক'ত—ক'ৰপৰা আহিছে; তই তেতিয়া মোক তোৰ আপোন দদায়েৰ বুলি চিনাকি দিবলৈকে লাজ পালি,—গাৱঁৰ পৰা আহিছে বুলি কলি এঁকা? তাৰমানে, এই গেন্ধেলা বুঢ়াক দদাই বুলি কবলৈ লাজপাব নহয়নে?



উকীল—ইস্ ৰাম-ৰাম, আপুনি ভুল ধাৰণাটো কৰিছে দদাইদেৱ! মই জানো তেনে ভাব কৰিব পাৰো?

গেন্ধেলা—হেৰ পাৰ-নোৱাৰ তই হে জান? চা, তোৰ আগতে সি মোক মাটিত বহোৱালে,—তথাপিও তই মুখেৰে এষাৰ মাতো নামাতিলি। বুজিছ, এইবোৰ কলিজা ফাটি যোৱা কথা—। চাচোন, তোৰ সৰু অৱস্থাতে তোৰ বাপেৰ মৰিল,—মই কিমান কষ্টত তুলি-তালি তোক ডাঙৰ-দীঘল কৰিলো,—তই মানুহ হলি, এতিয়া গাৱঁৰ পৰা আহি নগৰীয়া হবলৈ পাই আগৰ কথাবোৰ পাহৰি গলি, নহয়নে?

উকীল—( লাজত ৰঙা-চঙা হৈ ) হৈছে—হৈছে—দদাইদেৱ, ইয়াতোকৈ বেছি নকলেও হয়—। মই বৰ লাজ পাইছো,—। মই বৰ লাজ পাইছো,—বুজিছেনে?

গেন্ধেলা—তহঁতৰ লাজ-অপমান কি? ধন পালেই হোৱাক নোহোৱা আৰু সঁচাকো মিছা কৰিব পাৰ নহয়। মই জানো তহঁতৰ উকীলবোৰৰ কথা নাজানো? পিচে, সেইখন কৰি আগলৈ পাপহে আৰ্জি লৈছ দেই,—ঠিক্ বুজিবি।

ডাক্তৰ—এখেত বুঢ়াৰ ঘৰ ক'ত?

উকীল—এখেত আমাৰ গাৱঁৰ পৰা আহিছে, বৰ ভলভলীয়া মানুহ বুজিছেনে?

গেন্ধেলা—এঃ নহয়হে, মই গাঁৱলীয়া ভূত,—হাবি-জঙ্গলৰ পৰা তোমালোকক চাবলৈ আহিছোঁ। পিচে, তোমাৰনো ঘৰ ক'ত বোপা?

ডাক্তৰ—মই এই জিলাৰ ডাক্তৰ।

গেন্ধেলা—অ' ডাক্তৰ বাবু? হওক মোৰে ভাগ্য, মই তোমাকেই

বিচাৰি আহিলো। তুমি অলপ আগতে সৌ মহাজনৰ ঘৰৰ পৰা অহা নাই জানো? তেওঁ মোৰ বিয়ৈ হয়, মোৰ সৰু ছোৱালীজনী তেওঁৰ বৰ পুতেকলৈকে দিছোঁহে।

ডাক্তৰ—অ' হয় নেকি? পিচে, মোৰ লগত আপোনাৰ কেনে দৰ্কাৰ, কওকচোন—

গেন্ধেলা—দৰ্কাৰ অৱশ্যে ঘাইটোৱেই। পিচে তোমাৰ লগত হেনো ডাক্তৰনী এজনীও আহিছে, হয়নে?

ডাক্তৰ—ওঁ, আহিছে।

গেন্ধেলা—তেওঁ এতিয়া গ'ল ক'লৈ?

ডাক্তৰ—তেওঁ ভিতৰলৈ গৈছে। কিবা দৰ্কাৰ আছে নেকি?

গেন্ধেলা—হওঁতে আছেও,—নাইও। তেওঁ বাৰু স্থধিছা যেতিয়া কওঁ শুনা, ডাক্তৰনীয়ে মোৰ ছোৱালীজনীৰ আগত এটা ডাঙৰ গুপুতৰ কথা কৈ আহিছে; তাকে শুনি আমাৰ বিয়ৈনীয়ে বাগৰি বাগৰি হাঁহি হাঁহি মোকো কলে। গতিকে ডাক্তৰনীজনীক মইও চাই যাবলৈ আহিলোঁহে—

ডাক্তৰ—বাৰু, বহক তেওঁ আহিব এতিয়া—

গেন্ধেলা—পিচে, তুমি হ'লা ডাক্তৰ আৰু তেওঁ হ'ল ডাক্তৰনী; তাৰ মানে তোমালোক দুয়ো মতা-মাইকীনেকি?

ডাক্তৰ—সেইবোৰ একো নহয়; তাৰমানে পুৰুষক ডাক্তৰ বোলে আৰু মহিলা হলে ডাক্তৰনী বুলি কয়।

গেন্ধেলা—হয়নেকি? মই আকৌ ভাবিছিলো অন্য কিবা এটাহে। পিচে, তোমালোকৰ বিয়া-বাৰু হ'ল জানো?

ডাক্তৰ—সেইবিলাক হবলৈ এতিয়াও বাকা আছে।

গেন্ধেলা—ডাক্তৰনীৰ এঁকা?

ডাক্তৰ—তেওঁৰো হোৱা নাই—।

গেন্ধেলা—হয়নেকি? মই এতিয়াহে কথাটো তং কৰি চাইছোঁ; এৰা, এৰা, বৰ ভাল হৈছে—(হাঁহে)



ডাক্তৰ—আপুনি দেখোন হাঁহি পেলালে?

গেন্ধেলা—বোলো কথাবোৰ শুনিলে মৰাৰ মুখতো হাঁহি ওলাব। অ' ভালেহে আমাৰ গাৱঁৰ সেই বৰঠাকুৰে নাঙলৰ খুটিত হাত নিদিয়াকৈ আদৰ্শনে প্ৰকৃত খেতিয়কৰ নাম পাই,—ৰজাঘৰৰ পৰা ধনৰ মোনাটো পালে। উস্ কি কালৰো কাল বিষম কাল, বোলে হৰিনাই চেলেকে বাঘৰ গাল—।

ডাক্তৰ—আপোনাৰ কথাষাৰৰ অৰ্থ একো বুজি নাপালো; ভালকৈ ভাঙি কওকচোন—

গেন্ধেলা—তোমালোকে বোলে মানুহক ল'ৰা-ছোৱালী জন্মোৱা—নজন্মোৱা কথাবোৰ কৈ ফুৰিছা, হয়নে? পিচে, তোমালোকে সংসাৰত ভৰি নিদিয়াকৈ ঈশ্বৰৰ সেই কামফেৰাত নো ধৰিবলৈ ললা কেনেকৈহে?

ডাক্তৰ—অ' সেই কথা। শুনক, বিয়াৰ চাৰি সীমাত ভৰি নিদিলেও বিয়াৰ সকলো কথা আমাৰ জনা আছে; সেই কাৰণেহে চৰকাৰে আমাক পঠাই দিছে—

গেন্ধেলা—পিচে, পাৰিবা জানো? মোৰ বোধেৰে এই সোপা ভিতৰুৱা কথাত লগাৰ আগতে তাৰ সোৱাদটো লোৱাহে ভাল আছিল হবপায়—

ডাক্তৰ—সেইবোৰৰ অভিজ্ঞতা নহলেও,—ই কোনো টান কথা নহয়। আজি-কালি মানুহৰ অসম্ভৱ আছে কি? কিয়, মানুহে জোনলৈ যোৱাৰ বাবে চেষ্টা কৰা কথাও শুনা নাই জানো?

গেন্ধেলা—শুনিছোঁ; পিচে দেখিলেহে লেখিম—ক'ৰ পানী ক'লৈ যায় আৰু ভাদৈৰ মাকেনো কেইটা ল'ৰা ফোকায়।

(ডাক্তৰনী আৰু উকীলনী ওলাই আহে)

উকীলনী—(হাঁহি হাঁহি)) শুনিছেনে হেৰি, কাইলৈ এখেতসকলৰ হাস্পতাললৈ যাম, ওলাবচোন—

উকীল—অ' বোধকৰোঁ ডাক্তৰনীয়ে আচল মন্ত্ৰকে দিলে—

উকীলনী—বৰ ভাল পালো, ওলাবচোন—ওলাব, মোৰ বৰ ইচ্ছা গৈছে, বুজিছেনে—

উকীল—এতিয়া তোমাৰ ভুলৰ সমাধি হ'লনে ? মই আগতেই কোৱা নাছিলোনে—কথাবোৰ বুজি-বাজি ললে আপত্তি কৰিবলগীয়া কোনো কথা নাই ? বাৰু, যাম ওলাবা তেনে—

ডাক্তৰনী—উকীল ডাঙৰীয়া, আপুনি তেখেতক যিহে বেয়া পোৱা কথাবোৰ কৈছিলে,—তেখেতেনো ভয় নাখাব কেলৈ ?

উকীল—পিচে, এতিয়া ভয় ভাগিলেতো ?

ডাক্তৰনী—নাভাগিবৰ কাৰণ কি ? এখেতে যি বিষয়ত ইমান ভয় খাইছিলে—সেইবোৰ ঠিকেই থাকিলে ভয় কৰিবলগীয়া আছে কিটো ?

উকীল—ধন্যবাদ, আপুনিহে সমস্যাটো সমাধান কৰি, মোৰ ভাত মুঠিৰো বাট মুকলি কৰি থলে, বুজিছেনে ?

( সকলোৱে হাঁহে )

উকীলনী—ভাতৰ কথা বাদ দিয়ক, তাতোকৈ:কিবা এটা কৰি সন্ন্যাসী বেশত আপোনাক কাশী-বৃন্দাবনলৈ পঠাই দিলোহেঁতেন—

( আকৌ সকলোৱে হাঁহে )

উকীল—বাৰু, এতিয়া তোমাৰ নতুন অভিযানৰ বাবে চাহ-তাহ এটোপাৰ দিহা কৰা,—যোৱাচোন।

ডাক্তৰ—ওঁ, হয়—হয়—এতিয়া Tea-party এটা দিয়ক।

( সকলোৱে হাঁহে, উকীলনী ভিতৰলৈ সোমাই যায় )

গেন্ধেলা—বোধকৰো এওঁৱেই ডাক্তৰনী হবপায়—?

ডাক্তৰনী—হয়, মইয়েই ডাক্তৰনী, দেউতা ! পিচে, আপুনিনো আহিছে ক'ৰ পৰা ?

গেন্ধেলা—এস্ মোৰ অহাৰ কথা থোৱাচোনহে,—মই সেই ক'ৰবাৰ হাবি-জঙ্গলৰ পৰা আহিছোঁহে। পিচে, তোমালোকে বোলে



সেই কিবানে লৰা-ছোৱালী জন্মোৱা কথাবোৰত ঘৰে ঘৰে ঘূৰি ফুৰিছা, হয়নে ?

ডাক্তৰনী—হয়, বেয়া কৰিছোঁ জানো ?

গেন্ধেলা—এস্ বেয়ানো হব কেলৈ ? আমাৰ চৰকাৰেনো বেয়া কাম কৰিবলৈকে তোমালোকক পঠিয়াই দিছেনে ? পিচে, আচল পকা-মিঠৈৰ কামতে ধৰিলা যেতিয়া, তাৰ উপায়-বুদ্ধিখিনি দিলেহে ভাল হব ?

ডাক্তৰনী—সেইবোৰ উপায়-বুদ্ধি যাক দিব লাগে তেওঁকহে দিওঁ; সকলোকে কোৱা কথা নহয়। বিশেষকৈ, এইবিলাক কথা আমাৰ মহিলাসকলেহে জনা উচিত—

গেন্ধেলা—অ' হয়নেকি ? মই আকৌ ভাবিছিলো এইবোৰ কথা মাইকীতকৈ মতাবোৰেহে জনা উচিত ; পিচে তাৰ ওলোটাটো দেখোন ! বাৰু আমাৰ বুঢ়িজনীকো কবগৈ নোৱাৰানে ?

ডাক্তৰনী—( হাঁহি হাঁহি ) তাৰ আগতে আপোনালোক দুয়ো ডেকা-গাভৰু হব লাগিব ; পাৰিব জানো ?

গেন্ধেলা—তোমালোকৰ হাততে পৃথিবীখন যেতিয়া—ভয়কি ? পাৰিলে মোকো সেই ফেৰি দয়া-অনুগ্ৰহ কৰাহে ডাক্তৰনী—

ডাক্তৰনী—অ' ভালেহে মানুহে কয়—মৰিলেও নুগুচে ধনঞ্জয় বায়ু। এতিয়া ডেকা-গাভৰু হোৱাৰ সময় নাই—; পাৰিলে ঈশ্বৰৰ নাম লৈ সিপাৰলৈ যোৱাৰহে চিন্তা কৰক,—আপোনাৰ বুঢ়িকো তাকে কবগৈ বুজিছে ?

ডাক্তৰ—( হাঁহি ) বুঢ়া ভকত একালত কম মানুহ নাছিল দেই—

গেন্ধেলা—সেইয়া, ডাক্তৰে পতক্কে ধৰি পেলালে। এৰা, এৰা, এতিয়াহে আচল কথালৈ আহিছা। এতিয়া কওঁ শুনা, আমাৰ দিনত এনেকৈ ঈশ্বৰৰ কামত হাত দিয়া ক'তো শুনাও নাছিলো আৰু দেখাও নাছিলো। তোমালোকে জানো ঈশ্বৰৰ ওপৰত হাত দি মহা পাপ কৰা নাই

ডাক্তৰ—ডাঙৰীয়া, আপুনি বুজাত তেনেই ভুল কৰিছে। শুনক আগতে আপোনালোকে যি ভুল কৰি গ'ল, এতিয়া আমি সেই ভুলৰ সমাধি পাতিবলৈ লৈছোঁ।

গেন্ধেলা—তোমালোকেনো কেনে ভুলৰ সমাধি পাতিছা, ভালকৈ ভাঙি কোৱাচোনহে।

ডাক্তৰ—ধৰি লওক, আপোনাৰ মাহিলি আয় এশটকা; ইফালে এথোপা ল'ৰা-ছোৱালীৰ খোৱাৰপৰা পিন্ধা-উৰালৈকে মাহে লাগে তিনিশ—; এই অৱস্থাত আপোনাৰ কি দশা হয় ভাবি চাওকচোন—

গেন্ধেলা—ওঁ, চাইছো বাৰু; তাৰ পিচত?

ডাক্তৰ—তাৰ পিচত চাওক, আমাৰ দেশত যিমানখিনি মাটি আছে, এই অনুপাতে ল'ৰা-ছোৱালী বৃদ্ধি হবলৈ:হলে আমাৰ দহৰপৰা কুৰিগুণ বেছি মাটিৰ প্ৰয়োজন হয়। এই অৱস্থাত কি হব পাৰে?

গেন্ধেলা—ওঁ, বুজিছোঁ—তাৰ পিচত?

ডাক্তৰ—চাওক, মাক-বাপেকৰ ভাল স্বাস্থ্য নহলে আমাৰ ভাল ল'ৰা-ছোৱালী হয় ক'ৰ পৰা? যি মাকে সঘনে ল'ৰা-ছোৱালীক জন্ম দিবলগীয়া হয়—তেওঁৰ স্বাস্থ্য-ধন থাকে কেনেকৈ? হঁা ভাত, হঁা কাপোৰ' কৰোতেই দিন যায়—ইফালে অকালতে বুঢ়ি হৈ নানা ৰোগ-বেমাৰতো মৰিবলৈ পায়। ল'ৰা-ছোৱালীৰ আয়ুস বঢ়াবলৈ আৰু সবল-মেধাবী কৰিবলৈ লাগে মাক-বাপেকৰ স্বাস্থ্য আৰু ভাল খাদ্য, সুখ-শান্তি—। কওক হয়নে—নহয়?

গেন্ধেলা—আস্ নহয়নো কেলৈ? কৈ যোৱা—কৈ যোৱা—

ডাক্তৰ—গতিকে আগ-পাচ দকৈ ভাবি-চিন্তি মাক-বাপেকে অতি কম সংখ্যক ল'ৰা-ছোৱালী জন্মোৱাহে তেওঁলোকৰ একান্ত চিন্তা আৰু সাধনা হোৱা উচিত। নিজৰ শক্তি-সামৰ্থ্য অনুযায়ী সেই কেইটি ল'ৰা-ছোৱালীকে প্ৰকৃত মানুহ কৰিবলৈ যত্ন কৰিব লাগে।

গেন্ধেলা—হওঁতে কথাবোৰ ভালেই শুনিছোঁ; পিচে তাৰ উপায় কি?



ডাক্তৰ—তাৰ যথেষ্ট উপায় আমাৰ হাতত আছে,—সেয়েহে আমি মানুহক কৈছোঁ,—বুজাইছোঁ। চাওক, এই উপায়ৰ বলতে—বিলাতৰ উন্নতশীল দেশবিলাকে কিমান উন্নতি কৰি দিনক দিনে আগুৱাই গৈছে। তেওঁলোকৰ অতি কম সংখ্যক ল'ৰা-ছোৱালী; অথচ বেছ সবল-স্বাস্থ্যবানো হৈ অসম্ভৱকো সম্ভৱ কৰিবপৰা জ্ঞান-বুদ্ধিবোৰো আয়ত্ত কৰি লব পাৰিছে।

গেন্ধেলা—সঁচাই, তেন্তে মানুহৰ ইচ্ছামতেই সন্তান-সন্ততি জন্মাব পাৰে নেকি! অ' আই, এইটো কেনে কথা হে?

ডাক্তৰ—সি একো ডাঙৰ কথা নহয়, সেইবোৰ ব্যৱস্থা আমাৰ ওচৰত নথকাকৈনো আপোনালোকক কবলৈ আহিছোনে?

গেন্ধেলা—তেনেহলে মতা-মাইকীৰ বাবে দুখন বেলেগ ঘৰ হলেহে ভাল হব?

ডাক্তৰ—সেইয়া, আমাৰ মানুহৰ এইটোৱেই ঘাই ভুল। শুনক, এইবোৰৰ বাবে—দুখন ঘৰ নাইবা পৃথক ব্যৱস্থা একো নাই; এতিয়া যেনে আছে তেতিয়াও তেনেই থাকিব পাৰে—মাত্ৰ কেইটামান প্ৰণালীহে পালন কৰিবৰ দৰ্কাৰ হয়।

গেন্ধেলা—হয়নে? এৰা, এৰা, মোৰ এতিয়াহে মনৰ খু-দুৱনিটো নাইকিয়া হৈছে দেও! মই বাৰে বাৰে অন্য কিবা এটা ভাবি ভাবি আচৰিত হোৱাৰ বাহিৰেও মনে মনে খুব হাঁহিছিলোহে। এৰা এনেকৈ ভাঙি-পাতি কলেহে ভাল লাগে—তোমালোকে বৰ ভাল কাম কৰিছা বুজিছানে? আমি তোমালোকৰ কথা নুশুনিম কেলৈ—? এইবোৰ সঁচাই আমাৰ ভালৰ কাৰণেই কৰিছা; মই এতিয়াহে কথাটো তলকি চাইছোঁ। ধন্য-ধন্য-ডাক্তৰ—, তোমালোকক ঈশ্বৰে কুশলে ৰাখক,—দীৰ্ঘায়ু কৰক—

ডাক্তৰনী—এতিয়া আমাৰ কথাবোৰ বুজিলেনে দেউতা?

গেন্ধেলা—হেৰ আই, নুবুজিমনো কেলৈ হোঁ? যাওঁ, আমাৰ এতিয়া

বিয়েনীকো আচল কথাটো কওঁগৈ—তেওঁ আকৌ অন্য এটাহে ভাবি ভাবি হাঁহিত আধামৰা হৈ আছে। ( যাবলৈ উঠে )

উকীল—অলপ বহক, চাহ এটোপা খাই যাওক—

গেন্ধেলা—মই গা-পা ধুই অহা নাই পাই, বাহীগাত চাহ-তাহ খাম কেনেকৈ? তহঁতেই খা,—মই বিয়েনীৰ তাতেই খামলৈ। অ' পিচে শুনচোন, তহঁতে গাওঁ এৰি নগৰীয়া হলেও গাৱঁৰ কথাবোৰ ভাবি চাবি; তহঁতেই যদি ডাঙৰ মানুহ হৈ আমাৰ গাৱঁৰ উন্নতিৰ কথাবোৰ চিন্তা নকৰ,—তেন্তে অইনেনো কৰিব কি? হেৰ, মাজে মাজে এপাক গাৱঁৰ ফালেও মাৰি আহিবিচোন—।

উকীল—ভাল বাৰু, চেষ্টা কৰিম,—যাওক।

( গেন্ধেলা ওলাই যায় )

ডাক্তৰনী—বুঢ়াক দেখাতহে জধলা—বহুত কথা জানে; ইফালে মস্ত টেঙৰো।

উকীল—সচাঁ, গাৱঁৰ মানুহৰ কথাত পানী নসৰকে,—বৰ সিয়ান। মই মোকৰ্দমাতেই গম পাইছোঁ নহয়—; আমি আইনৰ উকীলহে, আমাৰ ওপৰতো অলেখ গাৱঁলীয়া বাম উকীল আছে, বুজিছেনে?

( সকলোৱে হাঁহে )

ডাক্তৰ—কথাটো মিছাও নহয়, আজিকালি ফটা কেঠাতহে সোণ থাকে। আগৰ গাওঁ আৰু এতিয়াৰ গাওঁ—স্বৰ্গ-মৰ্ত্ত্য পাৰ্থক্য হবলৈ ধৰিছে।

[ উকীলনীয়ে নিজে এখন 'ট্ৰেত' চাহ আৰু মিঠাই আনি সকলোৰে আগত দিয়ে,—তেওঁলোকে বৰ হাঁহি-তামাছাৰ মাজত খায়। ]

ডাক্তৰনী—এইটো একৰকম 'টী-পাৰ্টি' হৈ গ'ল—

উকীল—সেই টী-পাৰ্টি ভুলৰ সমাধিৰ বাবে বুলি কলেও হয়—।

উকীলনী—ইস্ কেনেকৈ 'কাটিং' মাৰিছে চাওক? বাৰু, পিছত কাৰ ভুলৰ সমাধি গম পাব—নহয়।

( সকলোৱে গিৰিজনি মাৰি হাঁহে )



ডাক্তৰ—অ' পিচে আজি ৰাস-পূৰ্ণিমা নহয়; ৰাস-লীলা চাবলৈ নাযায় জানো?

উকীলনী—অ' আই! বাৰ্থ-কন্ট্ৰল কৰি ফুৰা মানুহে ৰাস-লীলা চায় জানো?

( আকৌ সকলোৱে হাঁহে )

ডাক্তৰ—বুজিছেনে, আপোনাৰ 'ৱাইফৰ' আগত কথা কৈ সাৰি যাব নোৱাৰি,—বহুত কথা জানে।

উকীল—( হাঁহি হাঁহি ) সেই কাৰণেহে শিৱসাগৰীয়া ছোৱালীক বিয়া কৰাব লাগে—

( আকৌ সকলোৱে হাঁহে )

ডাক্তৰনী—পিচে, তেখেতক কাইলৈ আমাৰ হাস্পতাললৈ নিবলৈ নাপাহৰিব হলে—

উকীল—আস্ কিয় পাহৰিম? আমাৰ গৱৰ্ণমেণ্টৰ ইচ্ছা যেতিয়া,—ৰক্ষা ক'ত? ( হাঁহে )

ডাক্তৰ—বাৰু, সময়ো বহুত হ'ল—এতিয়া উঠোহে!

উকীল—ভাল, নমস্কাৰ! নমস্কাৰ!

( নমস্কাৰ দি ডাক্তৰ-ডাক্তৰনী গুচি যায় )

উকীল—পিচে, ডাক্তৰনীয়ে বাৰ্থ-কন্ট্ৰলৰ সম্বন্ধে কি কলেহে?

উকীলনী—( হাঁহি ) আপুনিও ভাল বুজিছেনে? সেইবোৰ জানো য'তে-ত'তে কব পৰা কথা? সেইবোৰ কোৱাৰ ঠাই এখনো আছে নহয়,—নাজানে নেকি?

উকীল—আও, ইমান গুপুত কথানে?

উকীলনী—ওঁ, কথাবোৰ বৰ একধৰণৰ বুজিছেনে? অৱশ্যে আপুনিও জানিবলগীয়া কথা আছে। আহকচোন বাৰু, ভিতৰলৈ যাওঁ—তাত কওঁগৈ।

উকীল—তেন্তে ভালকৈয়ে ভুলৰ সমাধি হৈ গ'ল? বাৰু, ব'লা—।

( দুয়ো ভিতৰলৈ সোমাই যায় )

[ আঁৰ কাপোৰ ]

সমাপ্ত

## এইজনা লিখকৰ আন আন কিতাপ

| | |
|---|---|
| অজাতশত্রু ( নাটক ) | ১.৫০ |
| তেজৰ আহুতি ( নাটক ) | ১·৫০ |
| সত্যপথ ( নাটক ) | ১·৫০ |
| সমাধান ( নাটক ) | ১·৫০ |
| বীৰনুমলী গোহাঁই ( নাটক ) | ১·২৫ |
| ৰাণী চন্দ্ৰপ্ৰভা ( নাটক ) | ১·৫০ |
| তিনি কলা ( নাটক ) | ·৫০ |
| জোনাকৰ জেউতি ( উপন্যাস ) | ১·৫০ |
| ৰঙা তেজৰ বগা নৈ ( উপন্যাস ) | ২·৫০ |
| মৰহাফুলৰ জীয়া পাপৰি ( উপন্যাস ) | ৩·০০ |
| পৰাধীনতাৰ করুণ কাহিনী ( কাব্য ) | ·৫০ |
| এপাহি ফুল ( কৱিতা ) | ·৬২ |
| গীতি-ফুল ( গীত ) | ·৫০ |
| ৰজা হোৱা কথা ( গল্প ) | ২·০০ |
| সিদিনাৰ কথা ( বুৰঞ্জীৰ কাহিনী) | ৩·০০ ( ওলাব ) |